## শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা বি-এ প্ৰণীত

অন্যান্য গ্ৰন্থ। অলপতে ওলাব।

১। নিৰ্ম্মালি।—'নিৰ্ম্মালিৰ' গোটাচেৰেক কবিতা অসমীয়া মাহিলি কাকত কেৎখনিত ওলাই গৈছে। সৰহভাগ কবিতাই লিখকৰ কাব্য-ফুলনীৰ অনাঘ্ৰাত ফুল।

২। একাদশী।—'শিলা নহয় ফুল', 'মাণিক বৰা', 'আমিনা', 'তেতিয়া আৰু এতিয়া', 'বিজুলী', 'প্ৰমীলাৰ প্ৰেম' প্ৰভৃতি এঘাৰটা চুটি গল্প।

৩। আনন্দৰাম বৰুৱা।—স্বৰ্গীয় চিভিলিয়ান বৰুৱা দেৱৰ বিস্তৃত জীৱন-চৰিত অসমীয়া ভাষাত এয়ে প্ৰথম। লিখকৰ পাঁচ বছৰ ব্যাপী কলিকতা প্ৰবাসৰ অশেষ পৰিশ্ৰমৰ ফল। বেচ ১॥০ দেড় টকা।

৪। কাদম্বিকা।—শকুন্তলা, বিক্ৰমোৰ্ব্বশী, মালবিকাগ্নিমিত্ৰ, মালতীমাধৱ, ৰত্নাবলী, বেণীসংহাৰ, কাদম্বৰী, বাসবদত্তা, স্বপ্ন বাসবদত্তা প্ৰভৃতি সংস্কৃত গ্ৰন্থৰ মনোৰম উপাখ্যান ভাগ লৈ লিখা।

৫। আহোমৰ দিন।—৪ৰ্থ ভাগ 'উষা'ত ধাৰাবাহিক ৰূপে ওলোৱা প্ৰবন্ধাৱলী পৰিবৰ্দ্ধিত কৰি নতুন প্ৰণালীৰে লিখা হৈছে।

৬। আধুনিক অসমীয়া সাহিত্য।—আনন্দৰাম ঢেকিয়াল ফুকনৰ দিনৰেপৰা আৰম্ভ কৰি বৰ্ত্তমান কাললৈকে অসমীয়া সাহিত্যৰ তুলনামূলক সমালোচনী আৰু বুৰঞ্জী।

৭। Spring Blossoms, or Songs of Joy and Youth.—লিখকৰ ইংৰাজী কবিতাৰ শৰাই।

—( বহাগ, ১৮৩৮ শক )—

# মহাত্মা গোপালকৃষ্ণ গোখেল।

( সংক্ষিপ্ত জীবন-চরিত )।

শ্রীসূর্য্যকুমার ভূঞা প্রণীত।

'Great men exist that there may be greater men.'

—*Emerson.*



প্রকাশক—শ্রীলোহিতচন্দ্র ভূঞা।

বেঙ্গল আসাম এজেন্সী,

৪৩ নং আমহার্ষ্ট ষ্ট্রীট, কলিকাতা।

১৯১৬ খৃঃ।

( মূল্য ।৵০ ছয় আনা )

# পাতনি।

এই অকণমানি জীৱনচৰিতখনি গোখেল ঢুকুৱাৰ দিনদিয়েকৰ পাছত লিখা হৈছিল। তাকে এতিয়া শুধৰাই আৰু ঠায়ে ঠায়ে ভালেমান নতুন কথা যোগ কৰি কিতাপৰ আকাৰেৰে বাহিৰৰ আগলৈ উলিওৱা হ'ল। এই পৰিবৰ্দ্ধন কাৰ্য্যত আমাৰ সাহিত্য-আকাশৰ উঠি-অহা উজ্জ্বল তৰা স্নেহাস্পদ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈৰ পৰা বিশেষ সহায় পোৱা গৈছে। মুঠতে, সন্দিকৈদেৱ আৰু উদ্যোগী প্ৰকাশক শ্ৰীযুত লোহিতচন্দ্ৰ ভূঞাদেৱৰ জুটীয়া যত্নতহে এই পুথিখনি বাহিৰৰ আগলৈ ওলাব পাৰিছে। সেইকাৰণে তেওঁলোকৰ ওচৰত মই বিশেষ ভাবে কৃতজ্ঞ।

গোখেল ঢুকুৱা আজি এবছৰৰ অধিক হ'ল, কিন্তু এতিয়ালৈকে তেওঁৰ ধাৰাবাহিক কৰ্ম্মী জীৱনৰ বিস্তৃত জীৱনী ওলোৱা নাই, ই বৰ দুখৰ কথা। দাক্ষিণাত্যৰ উজ্জ্বল ৰত্ন অনাৰেবল্ মিঃ ডি-ই ওৱাচা, মিঃ পুৰুষোত্তম পৰাঞ্জপ্যে আৰু মিঃ শ্ৰীনিবাস শাস্ত্ৰীয়ে তিনিখনি সংক্ষিপ্ত জীৱনস্মৃতি উলিয়াইছে, কিন্তু মহাত্মা গোখেলৰ জীৱনী ৰামায়ণ বা ইলিয়াডৰ আকাৰেৰে লিখিব পাৰি, কাৰণ তেওঁ যে অকল ৰাষ্ট্ৰীয় গণ্ডীত ফুৰা কৰ্ম্মবীৰহে আছিল এনে নহয়, তেওঁ সকলো বিষয়তে এজন আদৰ্শ পুৰুষ আছিল, তেওঁৰ জীৱনৰ প্ৰতি কথা প্ৰতি ঘটনাতে আমাৰ জাতীয় চৰিত্ৰগঠনৰ বহুমূলীয়া আহিলা-সম্বল পাব পাৰি। মাদ্ৰাজৰ নেটিচন্ কোম্পানীয়ে গোখেলৰ বক্তৃতাবোৰৰ এখনি সুন্দৰ সংস্কৰণ উলিয়াইছে; গোখেলভক্ত আৰু ভাৰতহিতৈষী মাত্ৰেৰে ই আদৰৰ ধন হ'ব। আগলৈ সুবিধা হ'লে গোখেলৰ এখনি বিস্তৃত জীৱনচৰিত লিখিবৰ ইচ্ছা থাকিল। ইতি।

৪২ নং হাৰ্ডিঞ্জ হোষ্টেল, কলিকতা।
এপ্ৰিল ১৯১৬ খৃঃ।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা।



# উপহাৰ পিঠি।

শ্ৰী.................................

.................................

...........................

এই পুথিখনি উপহাৰ দিলোঁ।

শ্ৰী........................

তাৰিখ................. }

................. }

# উছর্গা ।



সোদৰপ্ৰতিম বন্ধু

স্বৰ্গীয় গোলোককান্ত বৰদলৈৰ

পবিত্ৰ স্মৃতিত

মহাত্মা গোপালকৃষ্ণ গোখেলৰ

এই সংক্ষিপ্ত জীৱনচৰিতখনি

উছৰ্গা

কৰিলোঁ ।

শ্ৰীসূৰ্য্য

স্বৰ্গীয়

# মহাত্মা গোপালকৃষ্ণ গোখেল।

সূৰ্য্যদেৱ! উজলালা জননী-বয়ান,
পোহৰালা ঘূৰি ঘূৰি বিশাল ধৰণী,
সন্ধিয়াত হই কেনে সুন্দৰ মহান
লগাগৈই হেঁপাহেৰে অনন্ত জিৰণি।
ইন্দ্ৰদেৱ! প্ৰচাৰিলা বাণী বুজনিৰ
বিজুলীৰ বেশে আহি ধুমুহা-মাজত,
দেখুৱাই শুভ পথ দূৰ দূৰণিৰ
স্বৰ্গৰ জেউতি লীন হ'লা স্বৰগত।
ভীষ্মদেৱ! বিসৰ্জ্জিলা বিষয়-বাসনা,
মাতৃপদে উছৰ্গিলা দেহা প্ৰাণ মন,
তপস্বীৰ সাধনাৰে কৰিলা ঘোষণা
সফল কিৰূপে হয় মানৱী জীৱন।
আছা তুমি প্ৰাণ বিনে জীৱন প্ৰদানি,
অবুজন মাথোঁ আমি টোকোঁ চকুপানী।

শ্ৰীপদ্মধৰ চলিহা।

—•✱•—






# মহাত্মা গোপালকৃষ্ণ গোখেল।

( জন্ম ১৮৬৬ খৃঃ। মৃত্যু ১৯১৫ খৃঃ। )

দেশে দেশে গায় গীত তুলি যেতেকোৰ,
নেশ নাই প্ৰতিভাৰ, তুমি জগতৰ।
—অঞ্জলি।

ভাৰতৰ জাতীয় জীৱনৰ থাই ধৰণী মহামতি মিষ্টৰ গোপালকৃষ্ণ গোখেল আৰু এই সংসাৰত নাই। যোৱা ( ১৯১৫ খৃঃ ) ফেব্ৰুৱাৰী মাহৰ উনৈচ তাৰিখে ৰাতি দহ বাজি পঁচিশ মিনিট যোৱাৰ সময়ত তেওঁ বাসভূমি পুনা নগৰীত নীৰবে স্বৰ্গগামী হ'ল। তাৰ আগদিনা বৃহস্পতিবাৰে আমি কাগজত পঢ়িছিলোঁ। যে তেওঁৰ শ্বাসৰোগ উক দিয়াত দিল্লীৰ সভালৈ তেওঁ যাব নোৱাৰিলে। কিন্তু এই সম্বাদ পাই কোনে ভাবিছিল যে এদিনৰ পাছতে তেওঁৰ দাৰুণ মৰ্ম্মান্তিক বিয়োগ-বাতৰিয়ে গোটেই বৃটিচ সাম্ৰাজ্যত এটি সুদীৰ্ঘ অশ্ৰুপূৰ্ণ হাহাকাৰ বিস্তাৰ কৰিব? তেওঁ কেবাবছৰৰে পৰা এই দুঃসহ ৰোগযন্ত্ৰণা নীৰবে ভোগ কৰি মহা উলাহেৰে দেশৰ সেৱা কৰি আছিল। তেওঁৰ দেৱপ্ৰতিম মুখলৈ চাই কাৰো ধাৰণা নহৈছিল যে ইমান সোনকালে তেওঁৰ অন্তিম কাল উপস্থিত হব; হয়তো তেনে ধাৰণা মনলৈ আহিলেও, তেওঁৰ প্ৰতি মানুহৰ যেনে অপৰিসীম শ্ৰদ্ধা-স্নেহ, তাক পতিয়াবলৈ কাৰো মন নগৈছিল। গোখেলশূন্য ভাৰত!—এনে এটি নিৰুৰূণ দৃশ্য মনলৈ

আনিবলৈ কাৰো সত নোযোৱাৰে কথা। কিন্তু নিষ্ঠুৰ কালৰ মায়া-মমতা কি? কোটি দেশবাসীৰ প্ৰাৰ্থনা-মিনতিয়েও গোখেলক সেই অন্তিম অনিবাৰ্য্য নিৰ্ম্মম কালৰ গ্ৰাসৰপৰা ৰক্ষা কৰিব নোৱাৰিলে।

গোখেল গ'ল, তেওঁৰ লগে লগে ভাৰতৰ জাতীয় জীৱনত এটি অভাৱ সৃষ্টি হ'ল, তাক পূৰ্ণ কৰিবলৈ হয়তো শতাব্দীৰ সাধনা-পৰিশ্ৰম লাগিব। তেওঁৰ প্ৰয়াণৰ লগে লগে ভাৰতৰ সেৱা-মন্দিৰত এটি উজ্জ্বল বন্তি নুমাল, যাৰ পোহৰত সেৱকমণ্ডলীৰ প্ৰাণত নিতৌ নতুন সেৱাপ্ৰণালী, নতুন ব্ৰত, নতুন আশাকণিকাৰ সঞ্চাৰ হৈছিল। মহামতি গোখেলে তেওঁৰ ক্ষণিক জীৱনত অসামান্য প্ৰতিভাৰ দ্বাৰাই ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনৰ দুৰ্গম পথৰ ওপৰেদি যি মহাৰথ চলালে তাৰ পুণ্য শঙ্খধ্বনিয়ে ভাৰতক যুগযুগান্তৰ মুখৰিত কৰি ৰাখিব।

গোখেলৰ দেহত্যাগত ৰজাঘৰ প্ৰজাঘৰ সকলোতে কান্দোনৰ ৰোল উঠিছে। বৃটিচ সাম্ৰাজ্যৰ অধিপতি পঞ্চম জৰ্জ্জৰপৰা আৰম্ভ কৰি ভাৰতৰ দীন-দৰিদ্ৰ নিচলা ৰায়তৰ হৃদয়ত শোকৰ এটি গভীৰ ছাঁ পৰিছে। যিজন মহাত্মাই জীৱনৰ প্ৰতি মুহূৰ্ত্তক দেশবাসীৰ উন্নতিকল্পে লগাইছিল,যাৰ জীৱনৰ প্ৰতিপদত অতুলন স্বাৰ্থত্যাগৰ এটি জ্বলন্ত দৃষ্টান্ত পাওঁ, যিজনৰ একচিতীয়া জীৱনত ব্ৰাহ্মণৰ সহিষ্ণুতা, বেদাধ্যায়ী ব্ৰহ্মচাৰীৰ কঠোৰ সংযম, ক্ষত্ৰিয়ৰ নিৰ্ভীকতা, তপস্বীৰ অম্লান সাধনা সম্মিলিত হৈছিল, তেওঁৰ অকাল বিয়োগত গুণগ্ৰাহী সভ্যজগতৰ প্ৰতিকোণত শোকানল জলি উঠা একো আচৰিত নহয়।

গোখেল গ'ল, কিন্তু তেওঁৰ জীৱনৰ মহৎ আদৰ্শ ভাৰতবাসীৰ স্মৃতিফলিত চিৰকাল অঙ্কিত থাকিব। তেওঁৰ জীৱন এটি দীঘলীয়া স্বাৰ্থত্যাগ, নৈৰাশ্যৰ বিৰুদ্ধে এখনি তুমুল কুৰুক্ষেত্ৰ মহাৰণ। তাত আত্মগৌৰৱ বঢ়াবৰ নিমিত্তে অৰ্থসঞ্চয়ৰ কোনো দুৰন্ত লালসা নাই,

প্রকৃত মনুষ্যত্বক সংহাৰ কৰি সুখ্যাতি বা প্ৰশংসাৰ নিমিত্তে ক'তো এক ধনিষ্ঠামানো চেষ্টাপ্ৰয়াস নাই। তেওঁৰ জীৱনৰ মূলমন্ত্ৰ আছিল—স্বদেশৰ কল্যাণ সাধন, আৰু জাতীয় যজ্ঞত আপোনাক পূৰ্ণাহুতি দান।

১৮৬৬ খৃষ্টাব্দত বোম্বেৰ অন্তৰ্গত কোহ্লাপুৰ গাঁৱত গোপালকৃষ্ণ গোখেলৰ জন্ম হয়। তেওঁৰ পিতৃ মাতৃৰ অৱস্থা বৰ স্বচ্ছল নাছিল। কিন্তু বিধাতাই যাক মহৎ কামৰ নিমিত্তে ইচ্ছা কৰে তাক তেওঁ এইদৰে দৈন্য দাৰিদ্ৰ্যৰ মাজতে জন্ম দিয়ে। যি নিজে দুখত পৰি নানান অভিজ্ঞতা লাভ কৰা নাই, ভবিষ্যতে মানৱজাতিৰ দুখ অনুভৱ কৰি তাক মোচন কৰিবৰ তেওঁৰ সামৰ্থ্য ক'ত ?—গোখেল অতি কমবয়সতে পিতৃ হীন হয়। তেতিয়াৰে পৰা ম'মৰ ককাইদেৱাকে তেওঁক নিজৰ সন্তানৰ দৰে ভাবি তুলিতালি ডাঙৰ দীঘল কৰে। মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণৰ ভবিষ্যত জ্ঞান আছিল, তেওঁ বহুকষ্টেৰে ভায়েকক সুশিক্ষা দিবলৈ ধৰে। গোখেলে স্থানীয় পঢ়াশালিত শিক্ষা লাভ কৰি তাতে থকা কলেজৰ পৰা এফ্-এ পাচ কৰে। তাৰ পাচত বোম্বেৰ এলফিন্‌ষ্টোন্ কলেজ আৰু পুনাৰ দেক্কান কলেজত তেওঁ পঢ়ি ওঠৰ বছৰ বয়সত বি-এ পাচ কৰে। ছাত্ৰাৱস্থাত অভিনিবেশ, অধ্যবসায়, অসাধাৰণ স্মৃতিশক্তি আৰু সজ চৰিত্ৰৰ বাবে তেওঁৰ বিশেষ সুখ্যাতি আছিল। তেওঁ যে বিশ্ববিদ্যালয়ত বৰ অসাধাৰণ প্ৰতিভাৰ চিনাকি দিছিল এনে নহয়, তেওঁ সকলো পৰীক্ষাত মজলীয়া ধৰণেৰে উত্তীৰ্ণ হৈ যায়। ভাৰতবৰ্ষৰ পূৰ্ব্বপ্ৰান্ত এই বঙ্গ আৰু অসম দেশত এটি ভ্ৰমাত্মক ধাৰণাই বৰকৈ শিপা মেলা যেন আমাৰ বিশ্বাস হয়,—যে যি বিশ্ববিদ্যালয়ৰ মহলাত সিংহচাব নেপায় বা 'প্ৰতিভা'ৰ পৰিচায়ক প্ৰথম বিভাগত স্থান নেপায় তেওঁ একেবাৰে অকৰ্ম্মণ্য, আৰু মাতৃভূমিৰ সেৱাচিন্তা বা সংসাৰৰ কোনো উচ্চ আকাঙ্ক্ষাই তেওঁৰ হৃদয়ত স্থান পোৱা অসম্ভৱ। আমাৰ মানুহে

বুজে যে বিশ্ববিদ্যালয়ৰ শিক্ষাই জীৱনৰ চৰম উদ্দেশ্য নহয়; যি সংসাৰ যুদ্ধত যুজি প্ৰকৃত মানুহ বোলাব পাৰে তেওঁৰ শিক্ষাহে আচল শিক্ষা। ভাৰতবৰ্ষৰ বিশ্ববিদ্যালয়ৰ গৰ্ভৰপৰা অনেক উজ্জ্বল ৰত্ন ওলাইছে, কিন্তু তাৰ ভিতৰত কেইজনে স্বৰ্গীয় মহাত্মা মহাদেৱ গোবিন্দ ৰাণাড়ে, মহাত্মা কাশীনাথ ত্ৰিম্বক তেলাং, মহাত্মা বিষ্ণুকৃষ্ণ চিপ্লাংকাৰ বা মহাত্মা গোখেলৰ নিচিনাকৈ দেশসেৱাত জীৱন উছৰ্গা কৰি প্ৰকৃত মানুহ বোলাব পাৰিছে?

১৮৮৪ চনৰ কেবছৰমানৰ আগেয়ে 'দাক্ষিণাত্য শিক্ষা-সমিতি' Deccan Education Society)সংগঠিত হয়। ইয়াৰ নিগাজী সভ্যসকলে মাথোন ৭৫৲ টকা দৰ্মহাত কুৰি বছৰ কাল পুনাৰ ফাৰ্গুচন কলেজত শিক্ষাৰ ভাৰ লব লাগে। আপ্তে, আগৰকাৰ, তিলক প্ৰমুখ্যে দাক্ষিণাত্যৰ বহুত সুসন্তানে ইতিপূৰ্ব্বে এই সমিতিত যোগ দিয়ে। এই কেইজনা মাতৃভূমিসেৱকৰ দৃষ্টান্ত দেখি মিষ্টাৰ গোখেলে বি-এ পাচ কৰাৰ পাছতে এই সম্প্ৰদায়ভুক্ত হৈ পোন প্ৰথমতে 'নিউ ইণ্ডিয়ান স্কুলৰ' শিক্ষকৰ কামত সোমায়, তাৰ পাছত ফাৰ্গুচনকলেজত সাহিত্য আৰু গণিতৰ অধ্যাপক নিযুক্ত হয়। পাছত তেওঁ বুৰঞ্জী আৰু অৰ্থনীতিৰ অধ্যাপনাৰ ভাৰ লয়, আৰু তেওঁ তাত কাম কৰা ওঠৰ বছৰ এই দুই বিষয়তে শিক্ষা দিছিল। অৰ্থনীতিৰ অধ্যাপনা কাৰ্য্যত তেওঁ বহুল অভিজ্ঞতা লাভ কৰে। তেওঁৰ বক্তৃতা এনে সাৰুৱা আৰু হৃদয়গ্ৰাহী হৈছিল যে তেওঁ কলেজৰ কামৰপৰা অৱসৰ লোৱাত সকলোৱে আক্ষেপ কৰিছিল। তেওঁ যে ভৱিষ্যতত ভাৰতবৰ্ষৰ সৰ্ব্বপ্ৰধান অৰ্থনীতিজ্ঞ হব পাৰিছিল এই অধ্যাপনাতেই তাৰ মূল ভিত্তি স্থাপিত হয়।

গোখেলৰ অধ্যাপনা প্ৰণালীও নিখুঁত আছিল। তেওঁৰ অনেক ছাত্ৰ আজি ভাৰতত যশস্বী হৈ উঠিছে, তাৰ ভিতৰত স্বাৰ্থত্যাগী

অনাৰেবল মিঃ ৰঘুনাথ পুৰুষোত্তম পৰাঞ্জপ্যে এম্, এ, মিঃ অৰুণাচল ৰাজন এম্, এ, আই, চি, এচ আদি প্ৰধান। পৰাঞ্জপ্যে আৰু ৰাজন দুয়ো কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ গণিতৰ সৰ্ব্বোচ্চ পৰীক্ষা "চিনিয়ৰ ৰেংলাৰ ছিপত" উত্তীৰ্ণ হৈছিল। ভাৰতবাসীৰ ভিতৰত এই পৰীক্ষাত কৃতকাৰ্য্য হোৱা ছাত্ৰৰ সংখ্যা দহতকৈ বেচি নহয়।

ফাৰ্গুচন কলেজত অধ্যাপক হৈ থাকোঁতেই স্বৰ্গীয় মহাদেৱ গোবিন্দ ৰাণাড়েৰ লগত গোখেলৰ ঘনিষ্ঠতা হয়। গোখেলে তেওঁৰ জীৱনত মহামতি ৰাণাড়েক গুৰু বুলি মানিছিল। ইফালে ৰাণাড়েৰ গুৰু আছিল মিঃ দাদাভাই নাওৰাজী। গোখেলেও জীৱনত এজন উপযুক্ত শিষ্য পাইছিল। গোখেলৰ দৰেই স্বাৰ্থত্যাগী আৰু বিশ্বপ্ৰেমিক মিঃ মোহনচাঁদ কৰমচাঁদ গান্ধি গোখেলৰ শিষ্য। তৰাৰ থূলৰ দৰে এই গুৰুশিষ্যবৃন্দৰ প্ৰতিভাৰে ভাৰত-আকাশ আলোকিত।

মহাত্মা ৰাণাড়েৰ আন আন অসাধাৰণ শক্তিৰ ভিতৰত এই এটি শক্তি আছিল যে মানুহৰ গুণ বা বিকাশৰ সুযোগ নোপোৱা ক্ষমতা তেওঁ সহজে আবিষ্কাৰ কৰিব পাৰিছিল। এই গুণৰ দ্বাৰাই তেওঁ দেশৰ উৎসাহী তৰুণ যুৱকসকলক দেশহিত ব্ৰতত দীক্ষা দি তাৰ পথ দেখুৱাই দিব পাৰিছিল। মহাত্মা ৰাণাড়ে আৰু গোখেলে দুয়ো বহি ভাৰতৰ অতীত বৰ্ত্তমান আৰু ভৱিষ্যৎ অৱস্থা পুঙ্খানুপুঙ্খকৈ আলোচনা কৰিছিল, দুয়ো বাতৰি কাকত আৰু ৰাজকীয় বিপোৰ্টবপৰা জানিব লগীয়া তথ্য উদ্ধাৰ কৰি তাক দেশৰ উন্নতি সাধনৰ আন্দোলনত লগাইছিল। স্বজাতিৰ হিতৰ নিমিত্তে উত্ৰাৱল গুৰুৰ চৰণত এনে এজন প্ৰতিভাশালী শিষ্য,—এই সম্মিলনত শিৱৰ তৃতীয় নেত্ৰৰপৰা অপূৰ্ব্ব অগ্নিজ্যোতি ওলোৱাৰ দৰে স্বদেশৰ অশেষ মঙ্গলৰ কাৰণ হব, ই স্বাভাৱিক। গতিকে, চৈধ্যবছৰৰ আগেয়ে যেতিয়া মহাত্মা ৰাণাড়েৰ

অকালত লোকান্তৰ ঘটে ভাৰতবাসীৰ প্ৰাণত সান্ত্বনা আছিল যে,—ৰাণাড়েৰ উপযুক্ত শিষ্য গোখেল আছে—আৰু আমাৰ চিন্তা কি? গুৰুৰ প্ৰতিভাৰ অগ্নিময় আভৰণ শিষ্যৰ গাত পৰিছে,—ভাৰতবাসী, শোক নকৰিবা। কিন্তু আজিতো ভাৰতত তেনে কোনো নাই যাৰ ফালে সতৃষ্ণনয়নে চাই গোখেলৰ অন্তৰ্দ্ধানৰ শোক পাহৰিব পাৰোঁ!

গোখেল সোমাওঁতে ফাৰ্গুচন কলেজৰ আৰ্থিক অৱস্থা তিমান টনকিয়াল নাছিল। অধ্যাপনাৰ গুৰু ভাৰৰপৰা অলপ আজৰি পালেই তেওঁ পঁচা তুলিবৰ নিমিত্তে ঠায়ে ঠায়ে ফুৰিছিল। এই পঁচা তোলা কামটি কিমান উপাদেয় তাক সকলোৱে জানে। গোখেলে এই কাৰ্য্যত অনেক বেজাৰ লগা অভিজ্ঞতা পায়, কিন্তু তেওঁ ক'তো অসন্তুষ্ট নহৈ নৈৰাশ্যক সবলে দমন কৰি কলেজৰ ভঁৰাললৈ ছুইলাখ টকাৰ ওপৰ পঁচা সংগ্ৰহ কৰি আনিব পাৰিছিল। ফাৰ্গুচন কলেজত মিঃ গোখেল নামত মাথোন প্ৰিঞ্চিপেল বা অধ্যক্ষ নাছিল, তাত তেওঁৰ সমান প্ৰভুত্ব কাৰো নাছিল।

সেই সময়ত পুনাৰ 'সাৰ্ব্বজানিক সভা'ৰ বৰ উন্নত অৱস্থা আছিল। ১৮৮৭ খৃষ্টাব্দত গোখেলে এই সভাৰপৰা ওলোৱা ইংৰাজী বাতৰি কাকতৰ সম্পাদকৰ ভাৰ লয় আৰু উক্ত সভাৰ চেক্ৰেটাৰী হয়। কেবছৰমানৰ অস্তিত্বৰ পাছত ভিতৰুৱা কন্দলৰ বাবে সাৰ্ব্বজানিক সভা লোপ পোৱাত 'দাক্ষিণাত্য সভা' সংগঠিত হয়, মিষ্টাৰ গোখেলে এই নতুন সভাৰ সম্পাদক হৈ 'সুধাৰক' নামে ইংৰাজী-মহাৰাষ্ট্ৰী কাকতৰ সম্পাদনৰ দায়িত্ব গ্ৰহণ কৰে। সেই সময়ত গোখেলক সদৌ মহাৰাষ্ট্ৰীয় প্ৰজাই দাক্ষিণাত্যৰ উদীয়মান তৰা, (The rising star of the Deccan) বুলি মানি তেওঁৰ ভবিষ্যত জীৱনৰ মহানুষ্ঠানৰ ফালে হেঁপাহেৰে বাট চাই আছিল।

১৮৯০ খৃষ্টাব্দত মিঃ গোখেলে প্ৰথম বাৰ ভাৰতৰ জাতীয় মহাসমিতি কংগ্ৰেচৰ মণ্ডপত বক্তাৰূপে থিয় হয়। তেওঁৰ তেতিয়া বয়স চৌবিছ বছৰ মাথোন, কিন্তু এই বয়সত দিয়া বক্তৃতাত তেওঁ যি গভীৰ গৱেষণা আৰু উদ্দীপনা শক্তিৰ পৰিচয় দিছিল তেনে শক্তিৰ পৰিচয় বয়সস্থ অনেক বক্তাৰ বক্তৃতাত পোৱা নেযায়। ভাৰতৰ শিক্ষা-দীক্ষা সকলো বিষয়তে শিৰোমণিস্বৰূপ দেশনায়কসকলৰ আগত থিয় হৈ এই কুমলীয়া বয়সত বক্তৃতা দিয়া কিমান গুৰু কাম, আৰু মিঃ গোখেলে এই কাম কেনে সুকলমে চলাইছিল ভাবিলে বিস্মিত হব লাগে। এই বয়সতে মিঃ উইলিয়ম পিটে (সৰুজনা) ইংলণ্ডৰ মহাসভা পাৰ্লিয়া-মেণ্টৰ নেতা হৈ ঘাই মন্ত্ৰীৰ বাব পাইছিল। মিঃ গোখেল এই যে কংগ্ৰেচত সোমাল মৃত্যুৰ সময়লৈকে তেওঁ তাৰ এজন সৰ্ব্বপ্ৰধান নায়ক হৈ আছিল। পাছত এনে হ'ল, গোখেল নহ'লে কংগ্ৰেচৰ সৰ্ব্বাঙ্গ পূৰ নোহোৱা যেন লাগিছিল। ১৮৯৫ চনত পুনাত-যিবাৰ কংগ্ৰেচ বহে মিঃ গোখেল তাৰ এজনা সম্পাদক নিযুক্ত হয়।

১৮৯৭ খৃষ্টাব্দত ভাৰতৰ আয়-ব্যয়ৰ আলোচনা কৰিবৰ নিমিত্তে ইংলণ্ডত এখন ৰাজসমিতি ( Welby Commission ) বহে, তাত সাক্ষী দিবলৈ পাৰ্চী সম্প্ৰদায়ৰ উজ্জ্বল ৰত্ন মিঃ দিনছ এডুলজী ওৱাচাৰ লগত মিঃ গোখেলে বিলাতলৈ যাত্ৰা কৰে। এয়ে তেওঁৰ জীৱনৰ প্ৰথম সমস্যা। জাহাজত যাওঁতে এই ভাবী গুৰু ভাৰৰ কথা চিন্তি তেওঁৰ হৃদয় কিৰূপে চঞ্চল হৈছিল তাক সহজে অনুমান কৰিব পাৰি। কিন্তু তেওঁ মহামতি ৰাণাড়েৰ কাষত পোৱা শিক্ষাৰ সজ গুটি ধৰিলে। গোখেলে উক্ত সভাৰ আগত সাক্ষী দিওঁতে ভাৰতীয় অৰ্থনীতিৰ গভীৰ জ্ঞানৰ যি পৰিচয় দিলে তাক দেখি সভাৰ সদস্যসকলে আচৰিত মানি-

ছিল। তেতিয়াৰেপৰা মিঃ গোখেলক ভাৰতীয় অৰ্থ-নীতিৰ এজন সুবিজ্ঞ পণ্ডিত বুলি সকলোৱে মানিবলৈ ধৰিলে।

এই প্ৰথমবাৰ বিলাতপ্ৰবাসত গোখেলৰ জীৱনত এটি ভীষণ সমস্যা উপস্থিত হয়। তেওঁ তাত থাকোঁতে বোম্বে নগৰীৰ কেৰা ঠাইতো প্লেগ মহামাৰীয়ে দেখা দিয়ে। ভাৰতত প্লেগ সেই প্ৰথম, সেই দেখি ৰজা আৰু প্ৰজাৰ প্ৰাণত ধাতু নোহোৱা হ'ল। গভৰ্ণমেণ্টে এই মহামাৰী নিবাৰিবৰ নিমিত্তে এটি উৎকট উপায় ধৰিবলৈ বাধ্য হয়; গোৰা চিপাহীৰ হতুৱাই বলেৰে ৰোগীক হাচপতাললৈ নিব লগাত পৰিছিল। এই কথাকে ৰৌটোকে ঢোটো কৰি বোম্বেৰ এজন ভদ্ৰলোকে গোখেলৈল এখনি চিঠি লিখে,—যে গোৰা চিপাহীয়ে প্ৰজাৰ ওপৰত ভয়ানক অত্যাচাৰ কৰিছে, সিহঁতে মানুহৰ ঘৰৰ ভিতৰত সোমাই নানা ৰকম জুলুম জবৰ্দস্তি কৰিবলৈ ধৰিছে। এই চিঠি পাই গোখেল বৰ উত্তেজিত হ'ল। অকল এই চিঠিৰ সত্যতাৰ ওপৰত নিৰ্ভৰ কৰি আন্দোলন চলালে আগলৈ বিপদ হ'ব পাৰে, এই কথাষাৰ মিঃ ওৱাচাই ভালকৈ বুজিছিল, কিন্তু মিঃ গোখেল এই চিঠি পাই ইমান্ বিব্ৰত হৈ পৰে যে মিঃ ওৱাচাৰ স্থিৰ উপদেশ তেওঁ গ্ৰাহ্য নকৰিলে। তেওঁ পেটে সমঙ্গিতে বিশ্বাস কৰিছিল যে সেই চিঠিৰ এটি বৰ্ণও মিছা নহয়। গোখেলে এই চিঠিখন ভাৰত-হিতৈষী চাৰ উইলিয়ম ওৱেডাৰবৰ্ন্ চাহাবক দেখুৱায়, চাৰ ওৱেডাৰবৰ্ণে এই চিঠিৰ কথা পাৰ্লিয়ামেণ্টত উত্থাপন কৰিলে, আৰু গোটেই বিলাতময় আন্দোলন পৰি গল। বিলাতৰ পৰা বোম্বে গৱৰ্ণমেণ্টলৈ কৈফিয়ত বিচাৰোঁতে বোম্বে গৱৰ্ণমেণ্টে কলে যে সকলো কথা মিছা, অতিৰঞ্জিত। তেতিয়া চাৰ ওৱেডাৰবৰ্ন্ আৰু গোখেল বৰ মস্কিলত পৰিল। বুঢ়া ওৱাচাৰ হাকবচন তেতিয়া হাতে হাতে ফলিয়ালে। চাৰ ওৱেডাৰবৰ্ন্

পাৰ্লিয়ামেণ্টৰ ক্ষমা খুজিবলৈ বাধ্য হ'ল। এই ঘটনাৰপৰা মি: গোখেলে এটি শিক্ষা পালে যে ভালকৈ প্ৰমাণ নোপোৱাকৈ তেনে গুৰু কথা এই দৰে প্ৰকাশ কৰিব নেলাগে।

কিন্তু এই ঘটনাৰ এই খিনিতে ওৰ নপৰিল। যেতিয়া গোখেলে বিলাতৰপৰা উভতি আহি বোম্বে বন্দৰত জাহাজৰ পৰা নামে পুলিচ কমিচনাৰে গৈ তেওঁক তাতে আতক কৰিলে, আৰু ক'লে,—"তুমি বিলাতত বোম্বে গৱৰ্ণমেণ্টৰ বিৰুদ্ধে যিবোৰ কথা কৈছিলা তাৰ ভাল প্ৰমাণ দিয়া, নহলে ক্ষমা খোজা।" গোখেলে এই সময়ত সেই অতি বঞ্চিত চিঠি লিখোঁতা বন্ধুজনৰ নাম কৈ নিজে সাৰিব পাৰিলেহেঁতেন, কিন্তু তেনে কাম মহামতি গোখেলৰ মহাহৃদয়ৰ সম্পূৰ্ণ বিৰোধী। তেওঁ সকলো দোষ নিজে শিৰ পাতি ললে, আৰু প্ৰকৃত বীৰৰ দৰে গভৰ্ণমেণ্টৰ ওচৰত ক্ষমা বিচাৰিলে।

এই বিষয় লৈ কাগজে পত্ৰে গোখেলৰ বিৰুদ্ধে ভীষণভাৱে লেখা-লেখি হ'বলৈ ধৰিলে। গোখেলৰ কিন্তু আজীৱন দৃঢ় বিশ্বাস আছিল যে এই দৰে প্ৰমাণ নোহোৱাকৈ গভৰ্ণমেণ্টৰ ক্ষতি কৰি তাৰ বাবে ক্ষমা খোজাত একো অন্যায় হোৱা নাই। তেওঁ এজন বন্ধুক সেই সময়ত কৈছিল,—"এই দৰে ক্ষমা বিচাৰি যদি দেশৰ মই কিবা ক্ষতি কৰিছোঁ কালত মই তাক পূৰণ কৰিম।" গোখেলৰ এই প্ৰতিজ্ঞা কিমানদূৰ সম্ফল হৈছিল তেওঁৰ পৰৱৰ্ত্তী জীৱনত ইয়াৰ ফটফটীয়া প্ৰমাণ পোৱা যায়।

এই ঘটনাৰ পাছত গোখেল বহুতৰ অপ্ৰিয় ভাজন হৈ উঠে। ১৮৯৮ খৃষ্টাব্দত অমৰাৱতীৰ কংগ্ৰেচত তেওঁ বক্তৃতা দিবলৈ থিয় হওঁতে কংগ্ৰেচৰ ডেলিগেট আৰু সমজুৱা সকলে তেওক 'হিচ' 'হিচ' কৰি বহুৱাই থলে। কিন্তু লাহে লাহে গোখেলৰ কালে বাইজৰ পূৰ্ব্বৰ

প্ৰভাৱেহ আকৌ বাঢ়ি আহিল। এনে কি যি কংগ্ৰেচত তেওঁ এই দৰে অপমানিত হয়, সাত বছৰৰ পাছত তেওঁক সেই কংগ্ৰেচৰে দেশপূজ্য অধিনায়কৰূপে বৰণ কৰা হয়।

১৮৯৯ খৃষ্টাব্দত গোখেলৰ পত্নী বিয়োগ হয়, তেওঁ আৰু দ্বিতীয় বাৰ বিয়া কৰা নাছিল। স্ত্ৰীবিয়োগৰ পাছৰেপৰা তেওঁ এচিতীয়াকৈ জাতীয় জীৱনৰ একনিষ্ঠ ব্ৰতত নিজৰ জীৱন উছৰ্গা কৰিবলৈ ধৰিলে।

১৯০৩ চনত তেওঁ বোম্বৰ ব্যৱস্থাপক সভাৰ সভ্য মনোনীত হয়। তাৰ দুবছৰৰ পাছে মিঃ ফিৰোজশ্বা মেহটাই (পাচলৈ চাৰ) শাৰীৰিক অসুস্থতাৰ কাৰণে গভৰ্ণৰ-জেনেৰেলৰ ব্যৱস্থাপক সভাৰপৰা অৱসৰ লোৱাত তেওঁৰ ঠাইত মিঃ গোখেল সদস্য নিযুক্ত হয়। তেতিয়াৰপৰা তেওঁ এই সভাৰ জীৱনী-শক্তি স্বৰূপ হৈ আছিল। স্বদেশবাসীৰ উন্নতিৰ সমন্ধে এনে এটি বিষয় নাই—যাক মিঃ গোখেলে এই সভাৰ আগত দাঙি ধৰা নাই। দুখীয়া খেতিয়ক, দৰিদ্ৰ ৰায়ত আৰু শিক্ষিত ভাৰতীয়ৰ দুৰ্দ্দশাই তেওঁৰ বক্তৃতাত সদায় ঠাই পাইছিল। সৈন্য বিভাগত অজস্ৰ অৰ্থপাত হৈছে কিন্তু তাৰ অনুযায়ী প্ৰজাৰ উপকাৰ হোৱা নাই,—এই বিষয়ে তেওঁ কেবাবাৰো আন্দোলন কৰে। পানী নোহোৱা অঞ্চলত খাল খানি পানী অনাৰ ব্যৱস্থা কৰিবৰ নিমিত্তে সৰহ টকা খৰচ কৰিবলৈ, দুখীয়া ৰায়তৰ ৰাজহ কমাবলৈ, লোণ আদিৰ মাচুল কমাবলৈ তেওঁ ৰজাঘৰত বিশেষকৈ খাটিছিল। আমাৰ ঋণগ্ৰস্ত ৰায়তক সুতখোৱা মহাজনৰপৰা উদ্ধাৰ কৰিবলৈ দেশৰ ঠায়ে ঠায়ে খেতিয়কৰ অৰ্থকোষ স্থাপন কৰাবৰ নিমিত্তে তেওঁ বৰ যত্ন কৰিছিল। শিল্প শিক্ষাৰ অনুষ্ঠান আৰু বৈজ্ঞানিক প্ৰথামতে খেতি কৰাৰ সুবিধা দিবলৈ তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। এনেকি সৈনিক বিভাগত

ভাৰতীয়ক উপযুক্ত স্থান দিয়াবলৈকো তেওঁ বৰ যত্ন কৰিছিল। ভাৰত-বৰ্ষৰ আয়-ব্যয়ৰ বিষয়ে তেওঁ যিবোৰ বক্তৃতা দিয়ে তাৰ প্ৰতি স্থলতে তেওঁ প্ৰজাৰ মঙ্গলৰ ফালে টানিছিল। তেওঁ নহলে বজেট-আলোচনা অসম্পূৰ্ণ যেন হৈছিল। সেই দেখি এবাৰ ভাৰতৰ অৰ্থ-সচিবে আয়-ব্যয়ৰ হিচাব মেলিবলৈ যাওঁতে মিঃ গোখেলৰ অনুপস্থিতিৰ কথা উল্লেখ কৰি কৈছিল—"আমি আজি হেমলেট নোহোৱাকৈ "হেমলেটৰ" অভিনয় কৰিবলৈ ওলাইছোঁ।" ব্যৱস্থাপক সভাত তেওঁৰ প্ৰশ্নৰ যথা-যথ উত্তৰ দিওঁতে ৰজাঘৰীয়া মন্ত্ৰীসকল মাজে মাজে বৰ বিমোৰত পৰিছিল। যিসকল সদস্যৰ ভাৰতৰ আভ্যন্তৰিক অৱস্থাৰ বিষয়ে সবিশেষ জ্ঞান নাই তেওঁলোকে চৰ্কাৰী সদস্য সকলৰ লগত তৰ্ক কৰোঁতে মাজে মাজে থৎমৎ খাব লাগে। কিন্তু গোখেল এই বিধৰ সভ্য নাছিল। ভাৰতৰ প্ৰজাৰ অৱস্থা আলোচনা কৰি তাৰ উন্নতিৰ অৰ্থে চেষ্টা কৰোঁতেই তেওঁৰ জীৱন অতিবাহিত হয়। তেওঁক কোনো সদস্যই সহজে নিৰুত্তৰ কৰি বহুৱাই থব নোৱাৰিছিল। বিপদত ধৈৰ্য্য; অভ্যুদয়ত ক্ষমা, সভাত বাগ্মিতা,—মহাপুৰুষৰ এই সকলোটি গুণ মিঃ গোখেলৰ গাত লক্ষিছিল।

১৯০২ খৃষ্টাব্দত তেওঁ ফাৰ্গুচন কলেজৰ অধ্যাপকৰ কামৰপৰা মাথোন ডেৰকুৰি টকা পেঞ্চনত অৱসৰ গ্ৰহণ কৰে। সেই মুহূৰ্ত্তৰপৰা গোখেলৰ জীৱনকাহিনী আৰু ভাৰতবৰ্ষৰ জাতীয় জীৱনকাহিনী কনক-সূত্ৰেৰে গঁথা। শিক্ষাৰ কামৰপৰা অবসৰ লৈ ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত প্ৰাণ উছৰ্গা কৰাৰ সময়ত তেওঁ কৈছিল,—"মই এই কলেজত ইমান দিন বন্ধুবান্ধৱৰ মাজত সুখে-স্বচ্ছন্দে আছিলোঁ, তেওঁলোকে মোৰ দোষ অপৰাধৰ পিনে আওকণীয়া হৈ মোৰ যি অলপ গুণ আছে তাকে দহগুণে বঢ়াই মোক নানা প্ৰকাৰে সন্মান দেখুৱাই মৰম চেনেহ কৰিছিল।

আজি এইবোৰ সকলো জলাঞ্জলি দি বিষম সঙ্কটাকুল দেশহিতব্ৰতত প্ৰাণ উছৰ্গা কৰিবলৈ ওলালোঁ। আমাৰ দেশত দেশসেৱাৰ যথোচিত প্ৰতিদান নাই, মাথোন নৈৰাশ্যৰ কোব সহিব লাগে। কিন্তু মোৰ অন্তৰত আজি কাৰবাৰ দৈৱবাণী শুনিছোঁ, তাৰ উদগণিত মই এই নতুন ব্ৰত ধৰিবলৈ ওলাইছোঁ। আমাৰ কৰিব লগীয়া কাম বহুত, তাৰ পৰিণাম কি কোনেও কব নোৱাৰে। তথাপি আমি মহৎ উদ্দেশ্য আগত লৈ সবল বিশ্বাসেৰে অনুপ্ৰাণিত হৈ কাৰ্য্যক্ষেত্ৰত নামিব লাগিব, সকলো নিঃস্বাৰ্থ অনুষ্ঠানত যি আত্মসন্তোষ জন্মে তাৰ ভাগী হৈ আমি সান্ত্বনা ল'ব লাগিব।" যি দেশত ঘৰে ঘৰে ভীষ্ম, দধীচি আৰু গৌতমৰ পূজা চিৰকাল চলি আহিছে, সেই পবিত্ৰা ৰত্নপ্ৰসবিনী ভাৰত ভূমিত মহামতি গোখেলৰ এই অতুলন স্বাৰ্থত্যাগৰ সমুচিত পূজা হওঁতে পলম নঘটিল। তেওঁ দাক্ষিণাত্য শিক্ষা-সমিতিৰপৰা বিদায় লওঁতে এই সমিতিৰ ক্ষতি হ'ল সঁচা, কিন্তু গোটেই ভাৰতবাসীৰ তাৰপৰা অশেষ উপকাৰ হ'ল। যিজন বীৰৰ স্বাভাৱিক কৰ্ম্মক্ষেত্ৰ বিপুল আৰু বিস্তীৰ্ণ, তেওঁ সংকীৰ্ণ ঠাই এডুখৰিৰ ভিতৰত ঘুৰিপকি ফুৰিলে দেশ-বাসীৰ প্ৰতি বাস্তৱিকে বিষম অন্যায় কৰা হয়। অসাধাৰণ কাৰ্য্যক্ষম প্ৰতিভা ভগৱানৰ বিশেষ অনুগ্ৰহৰ পাত্ৰৰ বাহিৰে আনৰ ভাগ্যত নপৰে। তেওঁলোকৰ কৰ্ত্তব্য, সেই শক্তি কোনো এডোখৰ সংকীৰ্ণ ঠাইৰ মাজত সীমাবদ্ধ কৰি নেৰাখি, যিমান বিস্তৃতভাৱে প্ৰজাৰ কল্যাণ সাধনৰ কৰ্ম্মে নিযুক্ত হয় তালৈ চকু ৰখা। তাৰপৰা পৰম মঙ্গলময়ৰ উদ্দেশ্য সিদ্ধি হয়। মিঃ গোখেলে আজীৱন দাক্ষিণাত্য শিক্ষা-সমিতিত যোগ দি নিজৰ অপাৰ শক্তিৰ অপচয় কৰা হ'লে তেওঁৰ বিয়োগত আজি এনে দীৰ্ঘ কান্দোনৰ ৰোল নুঠিলহেঁতেন।

পাছত লৰ্ড কৰ্জনে মিঃ গোখেলৰ অপৰিসীম শক্তিৰ সমাদৰস্বৰূপে

তেওঁক ১৯০৪ চনত চি-আই-ই উপাধিৰে বৰণ কৰি কয়,—'ভাৰতৰ উন্নতি সাধনৰ নিমিত্তে গোখেলৰ নিচিনা আৰু অনেক কৃতী সন্তান লাগে।' লৰ্ড কৰ্জ্জনৰ লগত তেওঁৰ কেবাবাৰো নানান বিষয়ত তৰ্কবিতৰ্ক লাগে, তাৰ সত্বেও, কৰ্জ্জনে গোখেলৰ গুণৰ সমাদৰ কৰিবলৈ পিছ হুহঁকিছিল। তেওঁৰ বিৰোধী প্ৰতিদ্বন্দ্বীসকলো তেওঁৰ অপাৰ গুণৰাশিৰ প্ৰশংসা কৰিবলৈ বাধ্য হৈছিল। কবিয়ে যথাৰ্থতে কৈছে—"সমুন্নয়ন্ ভূতিমনাৰ্য্যসঙ্গমাৎ বৰং বিৰোধোঽপি সমং মহাত্মভিঃ" —"মহাত্মা সকলৰ লগত বিৰোধৰ পৰাও লাভ আছে, সেই দেখি সি দুৰ্জ্জনৰ সৈতে মিত্ৰতাতকৈ বহুগুণে ভাল।"

এই চনতে গোখেল কংগ্ৰেচৰ জুটীয়া সম্পাদকৰূপে মাদ্ৰাজলৈ যায়, সেই নগৰীত তেওঁক যি অভ্যৰ্থনা দিয়া হয় ভাৰতবাসীৰ পক্ষে সি নিতান্ত দুৰ্লভ। তেওঁৰ স্বাৰ্থত্যাগ আৰু স্বদেশৰ মঙ্গলাৰ্থে প্ৰাণ উৎসৰ্গ কৰাৰ কথা শুনি সকলো বিমোহিত হৈছিল। তেনেজন মহাপুৰুষক সন্মুখত পাই গোটেই মাদ্ৰাজবাসী আনন্দত উত্ৰাৱল হৈ উঠিল। সভাসমিতি পাতি তেওঁক কেবা ঠাইতো অভিনন্দন পত্ৰ দিয়া হয়।

১৯০৫ খৃষ্টাব্দ মিঃ গোখেলৰ জীৱনৰ এটি লাগতিয়াল বছৰ। এই বছৰত তেওঁৰ কান্ধত কেবাটিও গুৰুভাৰ সমৰ্পিত হয়। কংগ্ৰেচৰ জুটীয়া সম্পাদকৰ দায়িত্বৰ উপৰিও 'ইণ্ডিয়া' নামে এখন দেশ-হিতৈষী কাগজ চলোৱাৰ ভাৰ তেওঁৰ ওপৰত পৰে। ভাৰতীয় প্ৰজাক সৰ্ব্ব-প্ৰকাৰ চাকৰিত মুক্তভাৱে আসন দিয়া হৈছে বুলি লৰ্ড কৰ্জ্জনে বজেট্ বক্তৃতাত প্ৰমাণ কৰিবলৈ যত্ন কৰে; নানা তৰহৰ ৰিপোৰ্ট আদি ঘাঁটি এই সিদ্ধান্তৰ প্ৰতিবাদ কৰিবলৈ সাজু হওঁতে মিঃ গোখেলৰ অসীম পৰিশ্ৰম হয়। তাৰ পাছত স্বৰ্গীয় ৰাণাডেৰ স্মৃতি স্বৰূপ 'ৰাণাডে

অর্থনৈতিক সভা'ৰ ( Ranade Economic Institute ) নিমিত্তে পঁচা তোলোঁতে তেওঁৰ অশেষ শ্ৰম হয়।

মিঃ গোখেলৰ জীৱনৰ সৰ্ব্বপ্ৰধান অনুষ্ঠান "ভাৰত সেৱক মণ্ডলী" ( The Servants of India Society ) নামে সম্প্ৰদায় যোৱা বছৰৰ জুন মাহতেঁ সংগঠিত হয়। এই সভাৰ উদ্দেশ্য মহান। চৌথীন পেট্ৰিয়টৰ সলনি জনচেৰেক একাগ্ৰচিত্ত দেশানুৰাগীক উপযুক্ত শিক্ষা দি ভাৰতবাসীৰ কল্যাণাৰ্থে নিয়ম লগাই কাম কৰিবলৈ সুবিধা দিয়াই এই সভাৰ উদ্দেশ্য। এই সভাত হিন্দু মছলমান খৃষ্টান পাৰ্চী বুলি জাতৰ ভেদাভেদ নাই। ইয়াৰ চৰম উদ্দেশ্য হৈছে বৃটিচ উপনিবেশবোৰৰ দৰে ভাৰতৰ আত্মশাসন লাভ কৰা। ইংলণ্ডৰ লগত আমাৰ যি সম্বন্ধ সি বিধাতাৰ ৰহস্যময় ইচ্ছাৰ অধীন আৰু ভাৰতবাসীৰ মঙ্গলৰ কাৰণ বুলি এই সম্প্ৰদায়ে অকপটভাৱে বিশ্বাস কৰে। ইয়াৰ সভ্যসকলে দেশবাসীৰ মঙ্গল অনুষ্ঠানকে জীৱনৰ মুখ্যধৰ্ম্ম বুলি মানিব লাগে। এই সভাৰ মঙ্গল বিধানেই গোখেলৰ জীৱনব্যাপী সাধনা আছিল। এনে কি মৃত্যুৰ আগলৈকে এই সভাৰ কথা কৈ তেওঁ বিব্ৰত হৈ পৰিছিল। মহাত্মাৰ অনুগতসকলে এই সভাৰ উন্নতি সাধনেই গোখেলৰ প্ৰকৃত স্মৃতিস্তম্ভ হব বুলি থিৰাং কৰিছে, আৰু তাৰ অৰ্থে দেশব্যাপী আন্দোলন পৰি গৈছে।

১৯০৪ চনৰ কংগ্ৰেচত বিলাতলৈ প্ৰতিনিধি পঠাবৰ প্ৰস্তাব কৰা হয়। সেই প্ৰস্তাব অকল বোম্বে আৰু পঞ্জাবেহে কাৰ্য্যত পৰিণত কৰিব পাৰিছিলগৈ। সেইমতে তাৰ পাছ বছৰত বোম্বেৰ প্ৰতিনিধি স্বৰূপে মিঃ গোখেলে আৰু পঞ্জাবৰ হৈ লালা লাজপৎ ৰায়ে বিলাতলৈ যাত্ৰা কৰে। সেই সময়ত বঙ্গৰ অঙ্গচ্ছেদৰ কাৰণে দেশত ভীষণ তোলপাৰ। মিঃ গোখেলে ইংলণ্ডবাসীৰ আগত ভাৰতৰ দুৰৱস্থাৰ

সকলো কাৰণ আৰু তাৰ প্ৰতীকাৰৰ সহজ উপায় বুজাই ঠায়ে ঠায়ে বক্তৃতা দি ফুৰে। এই বাৰে তেওঁৰ ইমান পৰিশ্ৰম হয় যে অৱশেষত তেওঁৰ শৰীৰত আঘাত পৰে। কিন্তু স্বদেশবাসীৰ দুৰ্দ্দশাৰ করুণ ছবিয়ে তেওঁৰ নিজৰ সকলো অসুখ-অসুবিধা তেওঁক পাহৰাই থৈছিল। এইবাৰ তেওঁ ইংলণ্ডত পঞ্চাচ দিনৰ ভিতৰত পঞ্চলিচতকৈ সৰহবাৰ বক্তৃতা দিয়ে। লৰ্ড কৰ্জনৰ শাসন প্ৰণালীৰ তেওঁ বিশেষ ভাবে সমালোচনা কৰে। তাৰ উপৰি প্ৰজাৰ দাৰিদ্ৰ্য, অশিক্ষা, ক্ৰমান্বয়ে বাঢ়ি অহা মৃত্যুৰ সংখ্যা, ৰায়তৰ ঋণগ্ৰস্ত জীৱন, ঘনাই হোৱা দুৰ্ভিক্ষ, স্বাস্থ্যৰক্ষাৰ নিমিত্তে সমুচিত ব্যৱস্থাৰ অভাব,—এইবোৰ দুখৰ কথা ভাঙি কৈ ভাৰতবাসীৰ দুৰৱস্থাৰ ফালে ইংৰাজসকলৰ চকু যোক-লাবলৈ তেওঁ যত্ন কৰে। সেনাবিভাগৰ নিমিত্তে অজস্ৰ ব্যয়, উপযুক্ত ভাৰতবাসীক অতি ওখ খাপৰ বিষয়া নপতা, ভাৰতৰ আয় ব্যয় আৰু আন বিষয়ত ভাৰতবাসীৰ স্বত্ব তল কৰা, আৰু ভাৰতবাসীৰ কেতবিলাক স্বাভাবিক প্ৰবৃত্তিৰ বিকাশৰ যথোচিত সুযোগ নিদিয়া—ইত্যাদি বিষয়েও কবলৈ তেওঁ পাহৰা নাছিল। বৃটিচ শাসনৰ অধীনলৈ আহি ভাৰতৰ কেনে উপকাৰ হৈছে তাক তেওঁ মুক্তকণ্ঠে স্বীকাৰ কৰি ফুৰিছিল।

ইতিমধ্যে তেওঁ ভাৰতৰ জাতীয় মহাসমিতি কংগ্ৰেচৰ বছেৰেকীয়া অধিবেশনৰ সভাপতি মনোনীত হয়। ভাৰতবাসীয়ে ভাৰতবাসীক দিব পৰা ইয়াতকৈ ডাঙৰ সন্মান আন একো নাই। বিলাতৰপৰা উভতি আহি জিৰণি লবলৈ অলপো সময় নোপোৱাকৈয়ে হিন্দুৰ পুণ্যতীৰ্থ কাশীলৈ তেওঁ যাত্ৰা কৰে। সেইবাৰ কংগ্ৰেচ কাশীত বহিছিল। তেওঁৰ সভাপতিৰ অভিভাষণৰ নিমিত্তে ভাৰতবাসী আৰু ইংলণ্ডবাসী উৎকণ্ঠিত হৈ আছিল। সেই অভিভাষণ ৰচনা কৰিবলৈ তেওঁ যথোচিত

অৱসৰ লৈ পালে, তথাপি সি ভাৰতৰ জাতীয় জীৱনত এটুকুৰা হীৰাৰ দৰে সদায় জিলিকি থাকিব। ভাৰতবাসীৰ উমৈহতীয়া আকাঙ্ক্ষাৰ এনে সুস্পষ্ট প্ৰতিধ্বনি পূৰ্ব্বৰ কোনো সভাপতিৰ অভিভাষণত শুনা নগৈছিল। কংগ্ৰেচৰ শাখা অধিবেশনবোৰত সদস্যসকলক সংযমৰ তলত ৰখাটো বৰ টান হৈছিল। নব্যভাত একচটি মিষ্ট দল একেবাৰে উগ্ৰৰূপ হৈ আছিল। ইংলণ্ডৰ যুৱৰাজক ( এতিয়াৰ ভাৰতেশ্বৰ পঞ্চম জৰ্জ ) কংগ্ৰেচৰপৰা অভ্যৰ্থনা দিয়াৰ প্ৰস্তাৱত তেওঁলোকে গোলমাল লগায়, আৰু গোটেই ভাৰত ব্যাপী বিলাতী বৰ্জ্জন বা বয়কট চলাবলৈ প্ৰস্তাৱ কৰে। এইবোৰ বিষয় লৈ সভাত ভীষণ আন্দোলন চলে। এনে কি মাজে মাজে সভাপতিয়ে বক্তাসকলক শাসনৰ তলত ৰাখিবৰ নিমিত্তে নিজৰ সভাপতিৰ ক্ষমতা চলাবলৈ বাধ্য হয়। কিন্তু মিঃ গোখেলৰ এনে কৰ্ম্মপটুতা যে কাকো অসন্তোষ নিদিয়াকৈ এই মহাসভাৰ সভাপতিৰ গুৰু কৰ্ত্তব্য তেওঁ সুকলমে সম্পাদন কৰে।

১৯০৬ চনত লৰ্ড মিণ্টোৰ আমোলত মিঃ গোখেলে তেওঁৰ পঞ্চম বজেট বক্তৃতা দিয়ে। তাত তেওঁ ভাৰতীয় প্ৰজাৰ দুৰ্গতিৰ বৰ্ণনা কৰি তাৰ উন্নতিকল্পে কি কি প্ৰতীকাৰ বিধান কৰা উচিত তাৰ ভালকৈ দেখুৱাই দিয়ে। আৰু দেশব্যাপী যি এটা নতুন আন্দোলন চলিছিল তাৰ পৰিণাম তেওঁ ভালকৈ বুজাই দিয়ে। তেওঁ বক্তৃতাৰ শেষ ছোৱাত কয়, "দেশত এটি নতুন ভাবৰ সঞ্চাৰ হৈছে, তাৰ আগি সাৱধানে তত্ত্ব লোৱা উচিত। মোৰ বিশ্বাস গৱৰ্ণমেণ্টে এই ভাবৰ পৰিবৰ্ত্তন ঘটাব পাৰে। ইয়াৰপৰা বৃটিচৰাজত্বৰ হিত বিনে অহিত সাধন নহয়। কিন্তু এটি কথা সঁচা, বলপ্ৰয়োগ কৰিলে একো শুভ ফল পোৱা নেযাব। মই এইবোৰ কবলৈ বাধ্য হৈছোঁ, কাৰ

বৰ্ত্তমান অৱস্থাৰ মাজত মই এটি ঘোৰ বিভীষিকাৰ ছাঁ দেখিবলৈ পাইছোঁ। মই মোৰ দুৰ্ব্বল বাক্-শক্তিক সময়মতে সাৱধান কৰাৰ কামতহে লগাব পাৰোঁ, বাকী যি হ'ব লগীয়া আছে সি ভগৱানৰ ইচ্ছা।” প্ৰজাবৎসল শাসনকৰ্ত্তা লৰ্ড মিণ্টোৰ ওচৰত এই আগজাননীৰ শুভফল নধৰাকৈ নেথাকিল।

তাৰ পাছ বছৰত শাসন সংক্ৰান্ত গোটাদিয়েক সংস্কাৰৰ নিমিত্তে গোখেলে পুনৰ বিলাতলৈ যাত্ৰা কৰে। ইতিমধ্যে বঙ্গদেশত তোল-পাৰ আৰু ভীষণ হয়। মিঃ গোখেলে ভাৰত সচিব মিঃ জন মৰ্লি (এতিয়া লৰ্ড) আৰু অন্যান্য ইংৰাজসকলৰ লগত সাক্ষাৎ কৰি ভাৰতৰ অৱস্থা ভালকৈ বুজাই দি ভাৰতবাসীৰ নিমিত্তে আৰু সুবিধা লাভ কৰিবলৈ যত্ন কৰে। এই আন্দোলনত তেওঁ অগাধপণ্ডিত ৰমেশচন্দ্ৰ দত্ত, ভাৰত বন্ধু চাৰ হেন্ৰী কটন আৰু চাৰ উইলিয়ম ওৱেডাৰবৰ্ণৰপৰা বিশেষ সহায় পাইছিল। বহুতৰ বিশ্বাস ইয়াৰ ফলস্বৰূপে ৰাজদ্ৰোহ সভা পতা আৰু জাতীয় সঙ্গীত গোৱা প্ৰভৃতিৰ বিষয়ে যি কঠোৰ আইন আছিল সি শিথিল হয়। ভাৰতৰ কাউন্সিলবোৰত লৰ্ড মিণ্টো আৰু মিঃ মৰ্লিৰ আমোলত যি সংস্কাৰৰ সূত্ৰপাত হয় মিঃ গোখেলৰ পৰিশ্ৰম তাৰ বাবে শলাগিব লগীয়া। বিলাতৰ ভাৰত সভা আৰু প্ৰিভি কাউন্সিলত ভাৰতীয়ই যে আসন লাভ কৰিছে ইয়ো মিঃ গোখেলৰ আন্দোলনৰ ফলস্বৰূপ।

দেশলৈ উভতি আহি সেই বছৰ কলিকতাৰ কংগ্ৰেচত তেওঁ বিলাতৰ অভিজ্ঞতাৰ বিষয়ে বক্তৃতা দিয়ে। সেই বছৰৰ কংগ্ৰেচ কি এটা হুলস্থূল কাণ্ড। ভাৰতৰ গৌৰৱ-ৰবি মিঃ দাদাভাই নাওৰাজী সভাপতিৰ আসনত থকাৰ কাৰণেহে কোনোমতে সি ধ্বংসৰপৰা ৰক্ষা পায়। বহুতে মিঃ তিলকক সভাপতি পাতিবৰ যো-যা কৰিছিল।

সেই সভাত মিঃ সুৰেন্দ্ৰনাথ বেনাৰ্জ্জি আৰু চাৰ ফিৰোজশ্বা মেহ্‌টাৰ নিচিনা দেশনায়কসকলৰ কথাকো গ্ৰাহ্য কৰা নহৈছিল।

মিঃ গোখেলে ভাৰতৰ জাতীয় মহা-সমিতিৰ এনে অমঙ্গলজনক অৱস্থা দেখি নিশঙ্ক হৈ থাকিব নোৱাৰিলে। দেশৰ প্ৰকৃত অভাৱ কি বুজাবৰ নিমিত্তে, মানুহৰ মনৰপৰা গোটাদিয়েক ভ্ৰমাত্মক ভাব আৰু আকাঙ্ক্ষা আঁতৰাবলৈ আৰু হিন্দু মছলমানৰ ভিতৰত সংপ্ৰীতি থাপিবলৈ ১৯০৭ চনৰ ফেব্ৰুৱাৰী মাহতে তেওঁ উত্তৰ-ভাৰতৰ প্ৰধান প্ৰধান ঠাইবোৰত বক্তৃতা দি ফুৰিছিল। মছলমানসকলে গোখেলক যি ভাবে আদৰ অভ্যৰ্থনা কৰে তেনে সমাদৰ কোনো হিন্দু নেতাৰ ভাগ্যত এই পৰিমিতে ঘটা নাই। গোখেলক আলিগড়ৰ ৰাজপথেদি মহা সমাৰোহেৰে লৈ যাওঁতে তেওঁৰ ওপৰত ধাৰাসাৰে পুষ্পবৃষ্টি হৈছিল; এই দৃশ্যৰ কথা সুৰঁৰিলে ভাৰবিৰ "সুৰকুসুম নিপাতৈৰ্ব্যোম্নি লক্ষ্মীৰ্বিতেনে" আদি বৰ্ণনালৈ মনত পৰে। এই আদৰ অভ্যৰ্থনাৰপৰা মিঃ গোখেলে ভালকৈ বুজিব পাৰিলে ভাৰতবাসীৰ মন দেশৰ মঙ্গলৰ কাৰণে অলপ ঢাল খাইছে।

সেই বছৰতে তেওঁৰ পিতৃতুল্য সহোদৰৰ মৃত্যু হোৱাত তেওঁ মৰ্ম্মান্তিক শোক পায়। স্বৰ্গীয় ককাইদেৱেকৰ ডাঙৰ পৰিয়ালৰ প্ৰতি-পালনৰ ভাৰ তেওঁৰ কান্ধত পৰে, ককায়েকৰ পৰিয়ালৰ যাতে কষ্ট নহয় তাৰ হকে তেওঁ বৰ যত্ন কৰিছিল।

এই দৰে ঘৰুৱা শোক পায়ো তেওঁ দেশসেৱাৰপৰা এক মুহূৰ্ত্তৰ নিমিত্তেও ক্ষান্ত হোৱা নাছিল। কাউন্সিলৰ সাধাৰণ কামৰ উপৰিও তেওঁ এই বছৰত বিকেন্দ্ৰীকৰণ সমিতিৰ (Decentralisation Commission) আগত সাক্ষী দিছিল, আৰু পুনাৰ সাৰ্বজনিক সভাৰ সভাপতি ৰূপে বহুত কাম কৰিব লগাত পৰিছিল।

ভাৰতবৰ্ষত প্ৰাথমিক শিক্ষা প্ৰচাৰৰ সুব্যৱস্থা কৰিবৰ নিমিত্তে মিঃ গোখেলে আজীৱন পুৰুষাৰ্থ কৰিছিল। জগতৰ আন আন সভ্য দেশত এই শিক্ষা প্ৰায় বিনা মাচুলে দিয়া হয়। আৰু পঢ়াশালিলৈ যাব-লগীয়া বয়সৰ কোনোবা লৰাছোৱালীয়ে শিক্ষা নেপালে সিহঁতৰ অভিভাৱকক ৰজাঘৰৰপৰা দণ্ড বিহোৱা হয়। এই শুভপ্ৰথাৰ প্ৰচাৰৰ নিমিত্তে মিঃ গোখেলে ১৯১২চনৰ মাৰ্চ্চ মাহত ইম্পীৰিয়েল কাউঞ্চিলত 'হেচাৰ্যদী প্ৰাথমিক শিক্ষাৰ' ( Compulsory primary Education ) 'বিল' উলিয়ায়। ইয়াৰ আগেয়ে তেওঁ ভাৰতৰ সকলো ঠাইলৈ গৈ এই বিল'পাচ'হলে ভাৰতৰ কিমান উপকাৰ হব তাৰ বিষয়ে বক্তৃতা দি ফুৰে। ১৯১১ চনৰ কলিকতাৰ কংগ্ৰেচত তেওঁ সেই বিষয়ে সুদীৰ্ঘ যুক্তিপূৰ্ণ বক্তৃতা দিয়ে। প্ৰায় সকলো ঠাইতে এই বিলে প্ৰজাঘৰীয়া সমৰ্থন পায়, কিন্তু কাউঞ্চিলত বিল পাচ নহল ; যদিচ ইয়াৰ বিৰুদ্ধে কৰা আপত্তিবোৰ, তৰ্ক আৰু গভীৰ তুলনামূলক সমালোচনাৰে মিঃ গোখেলে খণ্ড খণ্ড কৰি উৰাই দিয়ে। কাউঞ্চিলত গোখেলৰ বিল পাচ নহল সঁচা, কিন্তু পৰিশেহত জয় হ'ল তেওঁৰে। সম্প্ৰতি ভাৰতৰ কোনো কোনো অঞ্চলত বিনা মাচুলে প্ৰাথমিক শিক্ষাৰ যি প্ৰচাৰ হৈছে ই মিঃ গোখেলৰ মহা উদ্যমৰ ফল বুলিয়েই ক'ব লাগিব। আমাৰ বিশ্বাস ভাৰতৰ সৌভাগ্যত এনে এসময় আহিব যেতিয়া মিঃ গোখেলৰ আন্দোলনৰ শুভ ফল আখৰে আখৰে ফলিয়াব।

১৯১১ খৃষ্টাব্দৰ ডিচেম্বৰ মাহৰ ১২ তাৰিখে দিল্লীৰ দৰবাৰত ভাৰতেশ্বৰ পঞ্চম জৰ্জৰ ঘোষণামতে বিভক্ত বঙ্গক যোৰা লগোৱা হয়, আৰু অসমক আগৰদৰে চিফ্‌কমিচনাৰৰ শাসনলৈ অনা হয়। বঙ্গৰ অঙ্গচ্ছেদ ৰদ কৰাৰৰ নিমিত্তে মিঃ গোখেলে কিমান যত্ন কৰিছিল তাক সকলোৱে জানে। লেফ্‌টেনেণ্ট গভৰ্ণৰ শাসিত [illegible]

অসমে ব্যৱস্থাপক সভাৰ সকলো সুবিধা স্বত্ব ভোগ কৰি আহিছিল, এতিয়া আকৌ চিফ্ কমিচনাৰৰ তললৈ আহোঁতে অসমে সেই স্বত্ব হেৰুৱাব লগীয়া যেন হল। আমাক ব্যৱস্থাপক সভা লাগে বুলি, ৰাজনৈতিক আন্দোলনৰ বতাহ নলগা আমাৰ অসমতো এটি হৈ-চৈ পৰি যায়। দুখুনী অসমৰ কল্যাণৰ নিমিত্তে নিঃস্বার্থ ভাৱে প্রাণ উছৰ্গা কৰোঁতা অনাৰেবল্ মিঃ মাণিকচন্দ্ৰ বৰুৱাৰ অনুৰোধ মতে মিঃ গোখেলে এই বিষয়টি হাতত লৈ বিলাতৰ পার্লিয়ামেণ্ট সভাত পৰ্য্যন্ত তাৰ আন্দোলন চলাবলৈ গাত লয়। ইয়াৰ ফলস্বৰূপে আমি ব্যৱস্থাপক সভা লাভ কৰোঁ, এই বাবে অসমে মিঃ গোখেলৰ নাম চিৰকাল সুঁৱৰি থকা উচিত। ভাৰতৰ আন আন মুখিয়াল জননায়কে কোনো আন্দোলন বা আলোচনাত অসমৰ স্বাৰ্থৰ ফালে দৃষ্টিপাত নকৰা যেন লাগে; – কিন্তু মহানুভৱ গোখেলৰ ওচৰত বসুধৈব কুটুম্বকম্, নগণ্য বোৱা অসমৰো স্বাৰ্থ ঠিক ৰাখিবলৈ তেওঁ যত্নৰ ক্ৰটি নকৰিছিল।

ভাৰতৰ চাকৰিৰ বিষয়ে সদায় ওজৰ-আপত্তি চলিব লাগিছে। ভাৰতবাসীয়ে নিজৰ উপযুক্ততা অনুযায়ী দেশৰ ওখ পদবী লাভ কৰিব পৰা নাই। ভাৰতৰ ছাত্ৰই উপযুক্ত হ'লেও টকাৰ অভাৱত বিলাতত আই-চি-এচ্ পঢ়িবলৈ যাব নোৱাৰে, সেইদেখি এই পৰীক্ষা ভাৰতবৰ্ষত হ'ব লাগিব, নাইবা বিলাতত হলেও ভাৰতবৰ্ষতে থাকি একে সময়তে যাতে এই পৰীক্ষা দিব পাৰে তাৰ সুবন্দোবস্ত কৰিব লাগে। এইবোৰ বিষয় আলোচনা কৰিবলৈ ১৯১২ চনত লৰ্ড ইচ্লিংটনক সভাপতি কৰি "পাব্লিক চাৰ্ভিচ কমিচন" (Public Service Commission) সংগঠিত হয়। পার্লিয়ামেণ্টৰ 'লেবাৰ পাৰ্টিৰ' নেতা মিঃ ৰাম্‌ছে মেক্‌ডনেল্ড্, লৰ্ড ৰণাল্ড্‌ছে, সুবিখ্যাত ঐতিহাসিক মিঃ হাৰ্বাৰ্ট ফিছাৰ, "ভাৰতত অশান্তি" গ্ৰন্থ প্ৰণেতা চাৰ ভেলেণ্টাইন

কিবল, চাৰ থিয়দৰ মৰিছন, চাৰ মৰে হাম্মিৰ, মিঃ জাষ্টিচ আবদুৰ ৰহিম আৰু মিঃ চৌবাল প্ৰমুখ্যে ইংলণ্ড আৰু ভাৰতৰ কৃতবিদ্য সুসন্তান সকল এই সভাৰ সদস্য নিযুক্ত হয়। যাৰ আন্দোলন কৰি মিঃ গোখেলে তেওঁৰ জীৱনৰ সৰহ ভাগ কাল অতিবাহিত কৰে তাৰ প্ৰতিকাৰৰ নিমিত্তে সংগঠিত এই সভাত তেওঁ স্থান নোপোৱাকৈ নগল। তেওঁ এই সভাৰ সৰ্ব্ব প্ৰধান মুখীয়াল সদস্য আছিল। প্ৰতিপদতে ভাৰতবাসীৰ স্বত্ব ৰক্ষা কৰিবলৈ তেওঁ যত্ন কৰিছিল। এই সভাৰ সংক্ৰান্ত বিষয়ৰ ৰিপোৰ্ট আদি লিখি আলোচনা কৰিবৰ নিমিত্তে তেওঁ দুবাৰ বিলাতলৈ অহাযোৱা কৰে। সভাৰ শেহবাৰ অধিবেশনৰ নিমিত্তে তেওঁ অলপতে বিলাতৰপৰা উভতি আহে, কিন্তু তাত বহাৰ আগেয়েই তেওঁ কালৰ গ্ৰাসত পৰিল। এই সভাৰ গোখেলৰ শেষ ৰিপোৰ্টৰ কাৰণে ৰজাপ্ৰজা সকলোৱে বাট চাই আছিল, কিন্তু সেই ৰিপোৰ্ট দিবলৈ তেওঁ সময় নেপালে। এই সভাৰ সংগঠন হওঁতে মেম্বৰসকলক বছৰি ১৫০০০৲ টকাকৈ দৰ্ম্মহা দিয়াৰ ব্যৱস্থা হয়, কিন্তু স্বাৰ্থত্যাগী গোখেলে এই দৰ্ম্মহা নললে। গৱৰ্ণমেণ্টৰপৰা কোনো দৰ্ম্মহা পোৱা হলে ইম্পীৰিয়েল কাউঞ্চিলত তেওঁৰ আসন হেৰালহেঁতেন।

আজি প্ৰায় ডেৰবছৰ কি দুবছৰৰ আগৰপৰা দক্ষিণ আফ্ৰিকাত বৰ হুলস্থুল আৰম্ভ হয়। তাত থকা ভাৰতীয় প্ৰজাসকলে গভৰ্ণমেণ্টৰ পৰা নানান উৎপীড়ন সহিব লগাত পৰে। তেওঁলোকে মহাত্মা মিঃ মোহনচাঁদ কৰমচাঁদ গান্ধীক নেতা পাতি অত্যাচাৰৰ বিৰুদ্ধে থিয় হয়। ইয়াৰ পৰিণাম স্বৰূপে মিঃ গান্ধী আৰু তেওঁৰ সহধৰ্ম্মিণী শ্ৰীমতী কস্তুৰী বাই গান্ধীয়ে কাৰাবাস দণ্ড ভোগ কৰিব লগাত পৰে। এই শোকপূৰ্ণ কাহিনী শুনি মিঃ গোখেলৰ প্ৰাণ কান্দিবলৈ ধৰিলে। নিঃসহায় ভাৰতবাসীৰ ওপৰত এনে অত্যাচাৰ!—মিঃ গোখেল কি আৰু থিৰ

হৈ থাকিব পাৰে ? তেওঁৰ শাৰীৰিক অৱস্থা ইমান ভাল নাছিল, সেই দুৰ্ব্বল শৰীৰৰে তেওঁ দক্ষিণ আফ্ৰিকালৈ গৈ প্ৰজাৰ দুখকষ্ট অত্যাচাৰৰ তলানলা অনুসন্ধান কৰিবলৈ ধৰে। তেওঁক তাৰ গভৰ্ণৰে মহাসম্মানেৰে ৰজাঘৰীয়া আলহী কৰি ৰাখে,—এনে সম্মান অতি কম ভাৰতবাসীৰ ভাগ্যত হে ঘটিছে। তাৰপৰা তেওঁ উভতি আহি ভাৰতবাসীৰ ওপৰত অত্যাচাৰৰ কথা ৰজা আৰু প্ৰজাৰ আগত মেলিবলৈ ধৰিলে। কলিকতাৰ কলেজ স্কোয়াৰত দিয়া তেওঁৰ এটি কৰুণ বক্তৃতাৰ কথা আমাৰ এতিয়াও মনত পৰে ;—ভাৰতৰ ব্যৱসায়ীসকলে তাত কি দৰে অসুবিধা ভোগ কৰিছে, আমাৰ তিৰুতাই তিনি পাউণ্ড বা ৪৫৲ টকীয়া টেক্চ দিব লগীয়া হোৱাত তাত কিদৰে হাঁহিয়াতৰ জীৱন ধৰিবলৈ বাধ্য হৈছে, মিঃ গান্ধী আৰু তেওঁৰ সহধৰ্ম্মিণী প্ৰমুখ্যে সম্ভ্ৰান্ত বংশৰ নায়ক সকলে কি দৰে ফাটেকত দুখ কষ্ট সহিব লাগিছে,—ইত্যাদি কৰুণ চিত্ৰ আঁকি তেওঁ শ্ৰোতা সকলৰ প্ৰাণ কন্দুৱায়। ভাৰতবাসীৰ বিননি আৰু গোখেলৰ আন্দোলনৰ ফলস্বৰূপে দক্ষিণ আফ্ৰিকাৰ গভৰ্ণমেণ্টে ইয়াৰ প্ৰতিকাৰ বিধানৰ নিমিত্তে এখনি সমিতি সংগঠিত কৰে। এই কমিচনৰ শুভফলস্বৰূপে তাৰ আইনৰ কঠোৰতাৰ অনেক পৰিমাণে লাঘৱ হয়। ভাৰতৰ প্ৰজাৰঞ্জক গভৰ্ণৰজেনৰেল লৰ্ড হাৰ্ডিঞ্জে তেওঁৰ কাউঞ্চিলত গোখেলৰ মৃত্যুত শোক প্ৰকাশ কৰি কয়,—"স্বৰ্গীয় মিঃ গোখেলে দক্ষিণ আফ্ৰিকালৈ গৈ সুদক্ষ ৰাজনৈতিকৰ দৰে এই বিষয়টি হাতত লোৱাৰ কাৰণেই যাইকৈ এই কণ্টকময় আন্দোলনৰ এনে সুমীমাংসা হয়।" (১)

(1) 'It was largely due to him (Mr. Gokhale) and his tactful and statesmanlike attitude during his visit to South Africa that this thorny question eventually received a satisfactory solution.'—Lord Hardinge.

গোখেলৰ গভীৰ গৱেষণা, অন্তৰ্দৰ্শিতা আৰু অসামান্য ৰাজনীতি জ্ঞানৰ পৰিচয় পাই ৰজাঘৰ মুগ্ধ হৈছিল। ভাৰতৰ ভূতপূৰ্ব্ব অৰ্থ-সচিব চাৰ ক্লিন্ট্‌ উদ্‌ উইল্‌চনে কামৰপৰা অৱসৰ লোৱাত তেওঁক যি বিদায়-অভ্যৰ্থনা দিয়া হয়, তাত তেওঁ কৈছিল,—"মই ইমান সন্মানৰ উপযুক্ত নহওঁ, আমাৰ মাজত এনে এজন আছে যাৰ ওচৰত মই শিৰ দোঁওৱা উচিত।" চাৰ উইল্‌চনে অৱসৰ লোৱাত ভাৰতৰ অৰ্থ সচিবৰ পদ খালি হওঁতে গোখেলক সেই ঠাইত নিযুক্ত কৰা হব বুলি ঘুন্নুক-ঘানাককৈ জনৰব শুনা গৈছিল।

বছেৰেক মানৰ পূৰ্ব্বে, গুণীৰ গুণ বুজোঁতা গভৰ্ণমেণ্টে তেওঁক ভাৰতৰ প্ৰজাৰ পক্ষে সৰ্ব্বপ্ৰধান খিতাপ কে-চি-আই-ই উপাধি যাচিছিল, কিন্তু গোখেলৰ কি স্বাৰ্থত্যাগ, তেওঁ এনে ডাঙৰ সন্মান গ্ৰহণ নকৰি কলে,—"মোক এই সন্মান দিবৰ প্ৰস্তাৱ কৰাৰ কাৰণে মই ৰজাঘৰৰ ওচৰত কৃতজ্ঞ। কিন্তু মই ইয়াক গ্ৰহণ কৰিব নোৱাৰোঁ; কৰিলে, মোৰ দেশবাসীৰ প্ৰতি মোৰ কৰ্ত্তব্য সাধনত বিঘিনি ঘটিব।" এনে স্বাৰ্থত্যাগৰ দৃষ্টান্ত অতি বিৰল। এই কুহকিনী উপাধি-চাইৰেণৰ মন্ত্ৰণা-বাণী শুনি অনেক স্বাধীনচেতা কৰ্ম্মবীৰ ইউলিচিচৰ চিত্ত বিকাৰ ঘটে; অতি কমেহে তাৰপৰা নিস্তাৰ লাভ কৰে। মহামতি মিঃ গ্লেডষ্টোনক লৰ্ড উপাধি দিয়াৰ প্ৰস্তাৱ কৰাত তেওঁ সেইদৰে প্ৰত্যাখ্যান কৰে। আমি শুনিছোঁ মিঃ দাদাভাই নাওৰাজীকো নাইট্‌ উপাধি দিবৰ ব্যৱস্থা কৰা হৈছিল কিন্তু তেওঁ তাক গ্ৰহণ নকৰিলে।

মৃত্যুৰ পূৰ্ব্বলৈকে মিঃ গোখেল দেশৰ চিন্তাত মগ্ন হৈছিল। দক্ষিণ আফ্ৰিকাৰ কৰ্ম্মবীৰ মিঃ গান্ধী ভাৰতলৈ উভতি অহাত তেওঁৰ নিমিত্তে মিঃ গোখেলে বোম্বা ফেব্ৰুৱাৰী মাহৰ ১৩ তাৰিখে এখনি অভ্যৰ্থনা সভা পাতে। তেওঁ কোনো মতেহে সেই সভালৈ যায়, তাত

সবহ পৰ থাকিব নোৱাৰি সোনকালে ঘৰলৈ উভতি আহিবলৈ বাধ্য হয়, আহি সেই যে শয্যাত পৰিল তাৰপৰা তেওঁ উঠিব নোৱাৰিলে। সাত্বিক জীৱনধাৰী মহাপুৰুষ সকলৰ দৰে অন্তিম সময় কাষ চাপিছে বুলি তেওঁ আগৰেপৰা জানিছিল, তথাপি অকনো বিচলিত নহৈ তেওঁ শান্ত সৌম্য ভাৱে কথাবাৰ্ত্তা পাতিব পাৰিছিল। ১৭ তাৰিখ বুধবাৰৰ দিনাখনো তেওঁ দেশৰ বিষয়ে চৰ্চ্চা কৰিছিল। তেওঁ দুখ কৰি গ'ল যে পাবলিক চাৰ্ভিচ কমিচনত তেওঁৰ দিব লগীয়া শেষ ৰিপোৰ্ট দি যাব নোৱাৰিলে, আৰু তেওঁৰ জীৱনৰ সৰ্ব্বপ্ৰধান অনুষ্ঠান ভাৰত সেৱক মণ্ডলীৰ সভ্যসকলক তেওঁৰ অন্তিম বাণী জনাবলৈ নিজৰ কাষত নেপালে। এই মণ্ডলীক উদ্দেশ্য কৰি তেওঁ কৈ গ'ল,— "মোৰ অতি চেনেহৰ এই অনুষ্ঠানটিক যেন তেওঁলোকে জীয়াই ৰাখিবলৈ যত্ন কৰে। মই যাওঁ, কিন্তু মোৰ আত্মাই তেওঁলোকৰ ওপৰত সদায় স্নেহপূৰ্ণ দৃষ্টি ৰাখিব। ইয়াৰ উন্নতি বিধান কৰিলেই মোৰ সোঁৱৰণি উপযুক্ত ভাৱে ৰক্ষা কৰা হব।" সুখৰ সম্বাদ যে ভাৰতৰ সুসন্তান অনাৰেবল মিঃ শ্ৰীনিবাস শাস্ত্ৰী, মিঃ পুৰুষোত্তম পৰাঞ্জপ্যে, মিঃ গোপালকৃষ্ণ দেৱধৰ, আৰু মিঃ গান্ধীয়ে মৃতকৰ শেষ মনোবাঞ্ছা পূৰ্ণ কৰিবৰ নিমিত্তে এই সভাৰ শ্ৰীবৃদ্ধিসাধনত কাচিপাৰি লাগিছে। মিঃ গোখেলে আৰু শোক কৰি যায়,—তেওঁৰ দুটি মাতৃহীনা অবিবাহিতা কন্যাক তেওঁ অনাথ কৰি যাব লগাত পৰিল। মিঃ গোখেল স্ত্ৰীশিক্ষাৰ বৰ পক্ষপাতী আছিল, সেই দেখি নিজৰ ছোৱালী দুটিৰ শিক্ষাৰ সুবিধাৰ নিমিত্তে মাহে গাইপতি ৫০৲ টকাৰ বন্দোবস্ত কৰি থৈ গৈছে, আৰু বিশেষকৈ কৈ গৈছে যেন তেওঁলোকে কাৰোপৰা সাহায্য গ্ৰহণ নকৰে। গোখেল ঢুকুৱাৰ কথা শুনি সুবিখ্যাত বেৰিষ্টাৰ মিঃ এচ-পি সিংহই তেওঁলোকক ২৫০০০৲ টকা

দান কৰিব খুজিছিল;—কিন্তু মহামতি স্বাৰ্থত্যাগী পিতাৰ উপযুক্ত সন্তানে সেই দান বিনীতভাৱে প্ৰত্যাখ্যান কৰিলে।

গোখেলৰ বিয়োগ-বাতৰি মুহূৰ্ত্তৰ ভিতৰতে ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ অগ্নিৰ দৰে প্ৰচাৰ হবলৈ ধৰিলে। তেওঁৰ মৃতদেহ শ্মশানলৈ নিওঁতে লগত প্ৰায় কুৰিহেজাৰৰ ওপৰ প্ৰজা গৈছিল। মিঃ বাল-গঙ্গাধৰ তিলকৰ লগত গোখেলৰ কেবাবিষয়তো মতভেদ আছিল, তিলক এই শোকজনক বাতৰি পোৱা মাত্ৰকে পুনালৈ গৈ স্বৰ্গীয় মহাত্মাৰ মৃতদেহৰ অনুগামী হয় আৰু লগত যোৱা প্ৰজাবৃন্দক মৃতকৰ জীৱনৰ আৰ্হিৰে নিজৰ জীৱন গঠিত কৰিবলৈ উপদেশ দি বক্তৃতা দিয়ে। মহাত্মাৰ বিয়োগত সমবেদনা জনাবৰ নিমিত্তে ভাৰতবৰ্ষৰ সকলো ঠাইৰ বাহিৰেও ইংলণ্ড আৰু দক্ষিণ আফ্ৰিকাৰ কেবাঠাইতো কেবাখনো বিৰাট শোক সভা পতা হয়।

মিঃ গোখেল আঢ়ৈ কুৰি বছৰ নৌ পাওঁতেই ঢুকাল সঁচা, কিন্তু যি জনে জীৱনত কৰ্ম্ম বিনে আন একো নেজানিছিল, তেওঁৰ মৃত্যুক আমি অকাল মৃত্যু বুলিব নোৱাৰোঁ। কবিয়ে কৈছে,—কামৰ পৰিমাণেহে আমাৰ জীৱনৰ দীৰ্ঘতা বিচাৰ কৰিব লাগে, অকল বছৰ লৈ নহয়।*

মহাত্মা গোখেলে এনে সংক্ষেপ জীৱনতো দেশৰ হিতৰ নিমিত্তে যিমান কৰিলে, আগেয়ে কোনেও তিমান কৰি যাব পৰা নাই। ওঠৰ বছৰ বয়সত মেধাবী গ্ৰেজুৱেট, উনৈচ কুৰি বছৰত কলেজৰ অধ্যাপক,

* "We live in deeds, not years, in thoughts, not breaths;
In feelings, not in figures on a dial.
We should count time by heart-throbs. He lives most
Who thinks most, feels the noblest, acts the best."

—*Philip James Bailey.*

এৰৈচ বছৰ বয়সত পুনাৰ সাৰ্ব্বজানিক সভাৰ মুখপত্ৰ ইংৰাজী বাতৰি কাকতৰ সুযোগ্য সম্পাদক, পঁচিশ বছৰ বয়সত প্ৰাদেশিক কংগ্ৰেচৰ চেক্রেটাৰী, উন্ত্ৰিশ বছৰত ভাৰতীয় কংগ্ৰেচৰ জুটীয়া সম্পাদক, এক-ত্ৰিশ বছৰ বয়সত বিলাতত "ৱয়েল কমিচনৰ" আগত সাক্ষী দিওঁতা, চৌত্ৰিশ বছৰত প্ৰাদেশিক ব্যৱস্থাপক সভাৰ সভ্য, ছয়ত্ৰিশ বছৰত ভাৰতীয় ব্যৱস্থাপক সভাৰ মুখীয়াল সদস্য, উনচল্লিচত কংগ্ৰেচৰ সভাপতি আৰু এই বয়সতে 'ভাৰতসেৱকমণ্ডলীৰ' নিচিনা সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা,—এনে কৰ্ম্মবীৰ জগতত কেইজন? গোখেলৰ নিচিনা প্ৰতিভাশালী পুৰুষৰ য দেশতে জন্ম সেই দেশৰে মুখ উজ্জ্বল হ'ল হেঁতেন. ইংলণ্ডত জন্ম হোৱা হ'লে এসময়ত তেওঁ ৰাজমন্ত্ৰী হব পাৰিলেহেঁতেন, ফ্ৰাঞ্চত ৰিপৱলিকৰ অধিপতি, আমেৰিকাত যুক্ত ৰাজ্যৰ সভাপতি আৰু জৰ্ম্মানিত জন্ম হোৱা হ'লে তেওঁ ইম্পীৰিয়েল চেঞ্চেলৰ হ'ব পৰিলেহেঁতেন। ভাৰতৰ নিচিনা সংকীৰ্ণ সীমাবদ্ধ কৰ্ম্মক্ষেত্ৰত তেওঁৰ সৰ্ব্বতোমুখী প্ৰতিভাৰ সকলো অঙ্গৰ যথোচিত বিকাশৰ সুযোগ নিমিলিল।

চাৰ ভেলেণ্টাইন কিৰলৰ মতে মিঃ গোখেল ইংৰাজৰ আমোলৰ সৰ্ব্বশ্ৰেষ্ঠ ভাৰতসন্তান। তেওঁক হেৰুৱাই ভাৰতৰ জাতীয় জীৱন কাণ্ডাৰী-বিহীন তৰণীৰ দৰে টল্‌বল্ কৰিব লাগিছে। ইউৰোপত মহাৰণ চলিছে, তাত ভাৰতৰ ৰজা আৰু প্ৰজাই অকাতৰে প্ৰাণ উছৰ্গা কৰি, অজস্ৰ অৰ্থৰ সহায় দি ৰাজভক্তিৰ অতুলনীয় দৃষ্টান্ত দেখুৱাইছে। যুদ্ধৰ সামৰণিত প্ৰতিদান স্বৰূপে গভৰ্ণমেণ্টৰপৰা ভাৰতবাসীয়ে বহুত নতুন সুবিধা স্বত্ব পাবলৈ আশা কৰে। তাক থিৰ কৰোঁতে মিঃ গোখেলৰ দূৰদৰ্শী ৰাজনীতিজ্ঞানৰ অভাৱ সকলোৱে অনুভৱ কৰিব।

গোখেল কৰ্ম্মযোগী আছিল। এই কলিযুগতো যদি ভাৰতত

কৰ্ম্মযোগৰ কোনোবা সাধক আছিল—তেওঁ গোখেল। গীতাৰ "কৰ্ম্মফলত্যাগ" গোখেলৰ চৰিত্ৰত সফল হৈছিল, পৰৰ হকে সামান্ত ডেৰকুৰি টকাত জৰাতুৰপূৰ্ণ বুঢ়াবয়সত দিনে ৰাতিয়ে খাটোঁতা সংসাৰত কেই জন? কিন্তু গোখেল পবিত্ৰ ব্ৰাহ্মণ কুলৰ আভুৰণ, তেওঁ আছিল "ব্ৰাহ্মণ", মহানিৰ্ব্বাণতন্ত্ৰৰ "বিশ্বহিত," গীতাৰ "ত্যাগ" গোখেলৰ কঠোৰ পৰিশ্ৰমত পৰিণত হোৱাটো একো আচৰিত নহয়।

মহাত্মা স্বামী বিবেকানন্দই বুদ্ধদেৱক কৰ্ম্মযোগী বুলিছিল এই কাৰণে, যে বুদ্ধদেৱে "ঈশ্বৰ আছে নে নাই, আত্মাৰ প্ৰকৃতি কি" এই বিলাক অনুত্তৰণীয় প্ৰশ্নলৈ আওকাণ কৰি জগতৰ হিতত ক্ষুদ্ৰ স্বাৰ্থ বলি দিছিল। গোখেলেও বুদ্ধদেৱৰ আদৰ্শকে সাৰোগত কৰি লৈছিল। গোখেল অনেক দিন অজ্ঞেয়বাদী ( agnostic ) হৈ আছিল, "ঈশ্বৰ আছে নে নাই সেই বিষয়ে ভাবি ভাবি সময় নকটাওঁ, আগত যি কৰ্ত্তব্য আছে তাকে সৰ্ব্বান্তঃকৰণে কৰোঁ।"—এয়ে গোখেলৰ কৰ্ম্মজীৱনৰ মূল মন্ত্ৰ আছিল। কিন্তু হিন্দুৰ সন্তান হৈ, ঋষিৰ কুলত জন্ম গ্ৰহণ কৰি, উপনিষদৰ পবিত্ৰ তীৰ্থ ভাৰতভূমিত অৱতীৰ্ণ হৈ গোখেল কিদৰে অজ্ঞেয়বাদী হৈ থাকিব? মৃত্যুৰ বছৰদিয়েকৰ আগৰে পৰা, কৰ্ত্তব্য-পালনৰ পৰাকাষ্ঠা হৈ অহাৰ লগে লগে গোখেল ঈশ্বৰবাদী হ'ল, কৰ্ম্মবীৰে ঈশ্বৰৰ চৰণত কৰ্ম্মফল অৰ্ঘ্যস্বৰূপে উপহাৰ দিলে। ঈশ্বৰপ্ৰাৰ্থনা সম্বন্ধে গোখেলৰ যি আদৰ্শ তাতকৈ মহীয়ান আদৰ্শ বোধ কৰোঁ আৰু নাই। গোখেলৰ এই মত আছিল যে—তুমি ঈশ্বৰৰ ওচৰত যিহকে প্ৰাৰ্থনা কৰা, সেই প্ৰাৰ্থনা ঈশ্বৰে বা মানুহে তোমাৰ কাৰণে সফল কৰাৰ আগেয়ে তুমি নিজে তাক কাৰ্য্যত পৰিণত কৰিবা।

গোখেল এবাৰ "থিয়ছফিৰ গৰ্ত্তত" পৰিছিল। আয়েঙ্গাৰ বুলি এজন ( Theosophist ) থিয়ছফিষ্টে এবাৰ গোখেলৰ লগত বন্ধুত্ব

স্থাপন কৰি তেওঁক হঠ-যোগ সাধন কৰিবলৈ কয়। নকলেও হব হঠ-যোগ এবিধ শাৰীৰিক প্ৰক্ৰিয়া। সৰলমতি গোখেলে বন্ধুৰ অনুৰোধ মতে হঠযোগ আৰম্ভ কৰিলে। কিন্তু আচৰিতৰ বা গোখেলে নিজেও এবাৰ মন কৰা নাছিল যে হিন্দুযোগশাস্ত্ৰৰ মতেই শাৰীৰিক হঠযোগ মানসিক ৰাজযোগতকৈ নিকৃষ্ট। যি গোখেলৰ চৰিত্ৰত ৰাজযোগসাধকৰ "ইন্দ্ৰিয় সংযম" "মনঃ সংযম" আৰু "লয়" (তন্ময়ভাব) পূৰ্ণজ্যোতিৰে জিলিকিছে, যি গোখেল নৰদেৱতাৰ চৰণত আত্মসমৰ্পণ কৰি উৰ্ম্মি-বিহীন প্ৰশান্ত সাগৰৰ নিৰ্চলা হৈ আছে, সেই ঋষিকল্প গোখেলৰ পক্ষে হঠযোগ সাধন আৱশ্যক জানো? নিজৰ ভুল বুজিব পাৰি গোখেলে অলপ দিনৰ পাছতে হঠযোগ এৰি দিলে। এই আখ্যানটোৰ পৰা গোখেল কিমান সৰল আৰু হোজা আছিল তাক বুজিব পাৰি, বন্ধুৰ কথা শুনিয়েই বন্ধুৰ ওপৰত বিশ্বাস ৰাখি তেওঁ অনাৱশ্যক হঠযোগ সাধন কৰিবলৈ ওলাইছিল। মানুহৰ ওপৰত এই বিশ্বাস আৰু সৰলতা গোখেলৰ প্ৰতি কাৰ্য্যতে জাজ্বল্যমান। বৰ জ্ঞানী, বিদ্বান্ আৰু ভক্ত হলে মানুহ শিশুৰ দৰে সৰল হয়, গোখেলো তেনে আছিল।

গোখেলৰ সৰলতাপূৰ্ণ কোমল অন্তঃকৰণে অলপতে আঘাত পাইছিল। কাগজে পত্ৰে তেওঁৰ মত বিলাবৰ তীব্ৰ প্ৰতিবাদ ওলালে গোখেলে ভাতপানী এৰিছিল! বিলাতৰ পৰা ফিৰি আহোঁতে বম্বেৰ বন্দৰত গোখেলে পুলিচ কমিচনৰৰ কথা মতে ক্ষমা প্ৰাৰ্থনা কৰাৰ কথা ওপৰত উল্লিকিওৱা হৈছে। এই ক্ষমা প্ৰাৰ্থনাৰ কাৰণে কাগজে পত্ৰে গোখেলৰ নিন্দা ওলাবলৈ ধৰিলে, আন কি তেওঁৰ অন্তৰঙ্গ বন্ধু "আনন্দ" পত্ৰিকাৰ সম্পাদক মিঃ ভি জি আপ্তে মহোদয়ো তেওঁৰ প্ৰতি বিমুখ হয়। কিন্তু গোখেলে জানিছিল যে তেওঁ যি কৰিছে, সি ন্যায়সঙ্গত। তথাপি, কোলাহলপটু সংবাদ পত্ৰৰ বিদ্ৰূপবাণী তেওঁৰ অসহ্য হৈ উঠিছিল, এই

অন্যায্য অকাৰণ নিন্দাই গোখেলক শোকাকুল কৰিছিল কিন্তু গোখেলৰ প্ৰতি সৰহ দিন বিমুখ হৈ থাকিবলৈ প্ৰিয়বন্ধু মিঃ আপ্তেৰ প্ৰাণে নসহিলে। এদিন এজন ভদ্ৰলোকৰ ঘৰা ভোজৰ নিমন্ত্ৰণ পাই মিঃ আপ্তে আৰু গোখেল তালৈ গৈছিল। সভাত আপ্তে মহোদয়ে গোখেলক একগীয়াকৈ মাতি নি করুণভাবে ক্ষমা খুজিলে; বন্ধুৰ করুণ অনুৰোধত নিমিষতে গোখেলৰ কোমল হিয়াৰ স্নেহনিৰ্ঝৰ উচ্ছ্বসিত হ'ল, গোখেলে কান্দি পেলালে।

এই এজনা দেৱপ্ৰতিম মহাপুৰুষৰ চৰিত্ৰতে বুদ্ধদেৱৰ কৰ্ম্মযোগ, ভীষ্মৰ প্ৰতিজ্ঞা, শিশুৰ সৰলতা আৰু ভক্তৰ প্ৰেম সম্মিলিত হৈছিল। গোখেলৰ জীৱনে মহত্বৰ এটা নতুন দিশ উদ্ভাসিত কৰি দিলে। কেবা বাৰে৷ বিলাতলৈ গৈও, ইউৰোপীয় সমাজত ফুৰিও, গোখেল যি ব্ৰাহ্মণ, সেই ব্ৰাহ্মণ হৈয়েই থাকিল। ব্ৰাহ্মণৰ আচাৰনিষ্ঠা, চন্দন তিলক ধাৰণ, ভাৰতীয় পৰিচ্ছদ পৰিধান—সকলোটি অটুট হৈ আছিল। বিদ্যাৰ গাম্ভীৰ্য্য আৰু চৰিত্ৰৰ নিৰ্ম্মলতা একেলগে পাবলৈ বৰ টান, কিন্তু গোখেলৰ ওচৰত সি অতি সুলভ। অগাধ পাণ্ডিত্য, পবিত্ৰ চৰিত্ৰ, স্বেচ্ছাগৃহীত কঠোৰ দাৰিদ্ৰ্য, পৰৰ হকে জীৱনব্যাপী স্বাৰ্থত্যাগ—ভাৰতীয় মুনিৰ এই কেইটা গুণ গোখেলৰ বাহিৰে আৰু কাৰ আছিল?

সৰ্বশেহত আমাৰ ক'ব লগীয়া এই যে এই ক্ষুদ্ৰ পুথিত গোখেলৰ প্ৰতিভাৰ সমুচিত চিনাকি দিয়া আমাৰ দুৰ্ব্বল লেখনীৰ সাধ্যৰ অতীত। মহামতি মিঃ গোখেলৰ উপযুক্ত গুণগ্ৰাহী হৈ তেওঁৰ প্ৰতিভাৰ যথোচিত সমাদৰ কৰিবলৈ গলে তেওঁৰ নিচিনা অসাধাৰণ প্ৰতিভাৰ অধিকাৰী বা দ্বিতীয় গোখেল হ'ব লাগিব।

---

মাৰ্চ্চ ১৯১৫

# সামৰণি।

ওপৰৰ প্ৰবন্ধৰ মূল অংশটি লিখা আজি এবছৰৰ অধিক হ'ল। এই বছেৰেকৰ ভিতৰত জগতৰ গতি নানান প্ৰকাৰে লৰিছে, জৰ্ম্মাণীৰ কূট ৰাষ্ট্ৰনৈতিক বিচমাৰ্ক ( Bismarck ), নিট্‌ছি ( Nietzsche ), ত্ৰিট্‌ছ্‌কে ( Trietchke ), আৰু বাৰ্ণহাৰ্ডিয়ে (Bernhardi , যি বীজমন্ত্ৰ বপন কৰি থৈছে, আজি সি সুবৃহৎ বিষবৃক্ষৰূপে পৰিণত হৈ গোটেই ইউৰোপত বিপ্লৱ আৰু অশান্তিৰ ছায়া বিস্তাৰ কৰিছে। জৰ্ম্মাণীৰ সংহাৰিকা শক্তিয়ে দয়ামায়া, পবিত্ৰ প্ৰতিজ্ঞাপালন প্ৰভৃতি মানৱৰ সকলো ধৰ্ম্মকে লাহে লাহে পুৰি ছাই ভস্ম কৰিবলৈ ধৰিছে। যি জৰ্ম্মাণী আগেয়ে বেদবেদাঙ্গ, দাৰ্শনিক আৰু পাৰমাৰ্থিক তত্ত্ব লৈ ব্যস্ত আছিল, আজি সেই জৰ্ম্মাণীৰ হাতত অস্ত্ৰ, বেদাধ্যায়ী ব্ৰাহ্মণ আজি ক্ষত্ৰিয়ৰ সাজেৰে সজ্জিত,—জগতৰ শান্তি ৰয় কেনেকৈ? বিশ্বৰ গৰিহণা, অনাথ আৰু বিধৱাৰ কান্দোনলৈ নিৰ্দ্দয় জৰ্ম্মাণীয়ে কেৰেপ কৰা নাই ;—শক্তি শক্তি বুলি জৰ্ম্মাণীয়ে দয়াধৰ্ম্ম সকলোকে চয়তানৰ শোণিতাক্ত বেদিত অমানুষিকভাৱে জলাঞ্জলি দিবলৈ ওলাইছে।

এই গ'ল ইউৰোপৰ কথা। ভাৰতৰ ভাগ্য আকাশতো অশেষ পৰিবৰ্ত্তন ঘটিছে। ভাৰতৰ প্ৰজাৰঞ্জক গভৰ্ণৰজেনেৰেল লৰ্ড হাৰ্ডিঞ্জে এই প্ৰৱাসৰ পৰা প্ৰিয়তমা পত্নী আৰু প্ৰাণসম পুত্ৰৰ বিয়োগ শোক বুকুত লৈ স্বদেশলৈ যাত্ৰা কৰিছে। ভাৰতৰ প্ৰজালৈ তেওঁতৰ কৃপাস্নেহ চাই ভৱিষ্যতত তেখেত ভাৰতবন্ধু লৰ্ড বেণ্টিঙ্ক আৰু লৰ্ড ৰিপণৰ শাৰীৰ এজনা হৈ ভাৰতবাসীৰ স্মৃতিফলিত চিৰকাল অঙ্কিত থাকিব।

পৰক আপোন বোলা, পৰৰ কাৰণে জীৱন উছৰ্গা কৰোঁতা ভাৰতহিতৈষী চাৰ হেন্‌ৰী কটনৰ বিয়োগত ভাৰতে বিষম শোক পায়। তেখেত গভৰ্ণমেণ্টৰ চাকৰিয়াল চিভিলিয়ান আছিল,—তথাপি নিজৰ উন্নতিৰ বাটত কাঁইট পুতি তেখেত ভাৰতৰ কল্যাণত লাগিছিল। ভাৰতবাসী অকৃতজ্ঞ নহয়, তেওঁ লোকে ভাৰতহিতৈষীক দিব পৰা সৰ্ব্বশ্ৰেষ্ঠ সম্মান চাৰ হেন্‌ৰী কটনৰ ওপৰত অৰ্পণ কৰে। তেওঁ ভাৰতৰ জাতীয় মহাসমিতিৰ কংগ্ৰেচৰ সভাপতি হওঁতে সকলো ঠাইৰে পৰা আনন্দৰ ধ্বনি উঠিছিল। কটন চাহাবৰ ওচৰত আমাৰ অসমীয়া বিশেষকৈ কৃতজ্ঞ,—তেখেতৰ উদ্যমৰ ফলত আমি আমাৰ জাতীয় শিক্ষা-কেন্দ্ৰ কটন কলেজ লাভ কৰোঁ; আৰু আসামৰ কঠোৰ কুলি আইনৰ তেখেতৰ যত্নতে বহুত পৰিমাণে সংস্কাৰ হয়।

এই বছৰৰ ভিতৰতে ভাৰতৰ বুকুত আৰু এক বিষম বজ্ৰপাত হয়। "বোম্বেৰ অনভিষিক্ত ৰজা" (The Uncrowned King of Bombay), কংগ্ৰেচৰ ভূতপূৰ্ব্ব সভাপতি, বোম্বে ইউনিভাৰ্চিটীৰ ভাইচ্ চেঞ্চেলাৰ চাৰ ফিৰোজশ্বা মেহ্‌টাৰ বিয়োগত ভাৰতৰ কেউপিনৰ পৰা শোকানল জ্বলি উঠে। তেওঁ যোৱা দুকুৰি বছৰ ভাৰতক নানা-প্ৰকাৰে একনিষ্ঠভাৱে সেৱা কৰি আহিছিল। ৰাষ্ট্ৰীয় জীৱনত গোখেলক পোনতে উদগণি দিওঁতা সকলৰ ভিতৰত মেহ্‌টা সৰ্ব্বপ্ৰধান আছিল। গোখেল ঢুকুৱাৰ পাছত বহুতৰ কিছুদূৰ সান্ত্বনা আছিল,—"এতিয়াও আমাৰ ৰণবীৰ মেহ্‌টা আছে।" কিন্তু ভাৰতৰ দুৰ্ভাগ্য, এবছৰৰ ভিতৰতে ভাৰতৰ জাতীয় আকাশৰ পুনৰ্ব্বসু যুগল তৰা গোখেল আৰু মেহ্‌টা ছাঁত কৰে অস্তমিত হয়।

যোৱা বছৰৰ ডিচেম্বৰ মাহত বোম্বেত যি কংগ্ৰেচ বহে, চাৰ সত্যেন্দ্ৰ প্ৰসন্ন সিংহ তাৰ সভাপতি আছিল। এই কংগ্ৰেচত গোখেলৰ সৌম্য

প্রশান্ত ছবি আৰু মেহ্‌টাৰ বজ্ৰগম্ভীৰ মূৰ্ত্তি দেখা নগৈছিল সঁচা,—কিন্তু তাত এটি নতুন শক্তি, নতুন চেতনাৰ সূৰ্য্যোদয় হোৱা দেখা গৈছিল। বুঢ়া তৰপৰ কংগ্ৰেচৰ অধিনায়ক সকল লাহে লাহে পৰালি পৰি আছিল, তেওঁ লোকৰ প্ৰতিভাৰ অগ্নিময় আভৰণ নবীন সম্প্ৰদায়ৰ গাত পৰিছে। ইফালে ভাৰতৰ পৰম মঙ্গলাকাঙ্ক্ষিনী শ্ৰীমতী এনিবেচান্ত হিন্দু আৰু মছলমানক এক উদ্দেশ্য আৰু লক্ষ্যৰ সূত্ৰেৰে বান্ধিবলৈ "স্বায়ত্ব শাসন সমিতি" (Home Rule League) স্থাপন কৰাৰ চেষ্টাত আছে।

পণ্ডিত মদনমোহন মালবীয়, দ্বাৰভাঙ্গাৰ মহাৰজা চাৰ ৰামেশ্বৰ সিংহ আৰু শ্ৰীমতী এনিবেচান্তৰ বিপুল উদ্যোগত কাশীত "হিন্দু বিশ্ব-বিদ্যালয়" স্থাপিত হৈছে। লৰ্ড হাৰ্ডিঙ্গ ইয়াৰ প্ৰতিষ্ঠাতা। মানসিক উৎকৰ্ষসাধনৰ লগে লগে ছাত্ৰৰ নৈতিক মঙ্গলৰ ফালে চাব লাগে; নহলে উচ্চ শিক্ষা গুচি কাল হয় গৈ,—যাতে ভবিষ্যত যুগত ভাৰতৰ কৰ্ম্মক্ষেত্ৰত কিছুমান সচ্চৰিত্ৰ দেশানুৰাগী ৰাজভক্ত শিক্ষিত ডেকা নামিব পাৰে হিন্দু বিশ্ববিদ্যালয়ে এই বিষয়ে প্ৰাণপণে চেষ্টা কৰিব।

এই এবছৰৰ ভিতৰত আমাৰ ক্ষুদ্ৰ অসমৰ জাতীয় জীৱনতো পৰিবৰ্ত্তন ঘটিছে। আমাৰ অসমত প্ৰজাৰ কল্যাণ সাধনকে জীৱনৰ মুখ্যধৰ্ম্ম বুলি মানি কাম কৰোঁতা জননায়ক নাই বুলিলেও হয়। স্বৰ্গীয় মিঃ মাণিকচন্দ্ৰ বৰুৱা নিঃস্বাৰ্থ দেশনায়ক আছিল, তেওঁক হেৰুৱাই আমাৰ জাতীয় জীৱনৰ সিংহাসন উদং হৈ পৰিল। তেওঁ নিজ হাতে ৰোৱা, নিজ হাতে সঞ্জীৱনী পানী ছতিয়াই ডাঙৰ কৰা "আসাম এচো-চিয়েচন" পুলিটি ইমান দিন জঁয় পৰি থকাৰ পাচত এতিয়া আকৌ জকমক্ হৈ ফুলিবলৈ ধৰিছে। যোৱা ডিচেম্বৰ মাহত ডিব্ৰুগৰত মহাসমাৰোহেৰে এই আসাম এচোচিয়েচনৰ বছেৰেকীয়া অধিৱেশন হৈ

গ'ল। বুঢ়া সম্প্ৰদায়ৰ গাউঠা উৎসাহৰ বাহিৰেও এনেদৰে ডেকাৰ প্ৰাণত দেশসেৱাৰ পবিত্ৰ গোসাঁনী প্ৰতিষ্ঠিত হোৱা দেখি স্বদেশৰ ভাগ্য-লক্ষ্মীৰ মুখত আনন্দৰ হাঁহি জিলিকিছে। এই শুভলক্ষণৰ পৰা আমি ভবিষ্যতে দেশৰ প্ৰভূত মঙ্গল আশা কৰিব পাৰোঁ। স্বৰ্গীয় মিঃ মাণিকচন্দ্ৰ বৰুৱাই জীৱিত অৱস্থাত যি কৰিব নোৱাৰিলে আজি তেওঁৰ বিয়োগান্তত তেওঁৰ পবিত্ৰ দৃষ্টান্তই দেশবাসীৰ প্ৰাণত এটি নতুন চেতনাৰ সঞ্চাৰ কৰিব পাৰিছে।

প্ৰবাদ আছে, অতীজ কালত আৰেবিয়াত "ফিনিক্স" (Phoenix) নামে এবিধ অদ্ভুত চৰাই আছিল, যেতিয়া এটি 'ফিনিক্স' চৰাই মৰে তাৰ দেহৰ ছাই ভস্মৰ পৰা নতুন এটি সুন্দৰ 'ফিনিক্স' চৰাইৰ জন্ম হয়। সেই দৰে গোখেলৰ পবিত্ৰ চিতাভস্মৰ পৰা দেশৰ কেউপিনে শত শত তৰুণ গোখেলৰ উদয় হবলৈ ধৰিছে। গোখেলৰ নিচিনা পুৰুষৰ আদৰ্শ বৰ সংক্ৰামক, বিশেষতঃ তেওঁলোকৰ দেহত্যাগৰ পাচত তেওঁলোকৰ ক্ষণিক জীৱনৰ উজ্জ্বল দৃষ্টান্তই মানুহৰ মনত বিশেষভাবে আঘাত কৰিবলৈ ধৰে। গোখেলৰ জীৱিত অবস্থাত হয়তো তেওঁক বহুতে ভুল বুজিছিল,—কিন্তু এতিয়া তেওঁ সংসাৰ চিত্ৰৰ পৰা আঁতৰ হ'ল যেতিয়া তেওঁৰ অভাৱ মানুহে ভালকৈ বুজিব পাৰিছে। এই অভাৱজ্ঞানৰ সময় জাতীয় অভ্যুদয়ৰ মাহেন্দ্ৰক্ষণ। মহাত্মাৰ জীৱন-কাহিনী তেতিয়া ফটফটীয়াকৈ জ্বলিবলৈ ধৰে;—সেই শুভক্ষণত মৃতকৰ পৰমাত্মাই তন্দ্ৰাহীন জাতীয় সেৱকৰ প্ৰাণত দেশ সেৱাৰ অমোঘ মন্ত্ৰ বৰষে।

এই এবছৰৰ ভিতৰত গোখেলৰ প্ৰতিভাৰ জেউতি আৰু চৰিছে। সেই জ্যোতি অকল একোণত আবদ্ধ হৈ থকা নাই, আজি সি ভাৰত-বৰ্ষৰ চৌদিশে ফুৰিছে। আগলৈ গোখেলৰ প্ৰতিভাই কি দৰে পূজা

পায় আমি এতিয়া থিৰাং কৰিব নোৱাৰোঁ, কাৰণ সময়ৰ লগে লগে হয়তো ভাৰতৰ আকাঙ্ক্ষা উচ্ছ্বাসৰ গতি আন পাকে ঢাল ল'ব পাৰে। নতুন ক্ষেত্ৰত নতুন বীৰ আহি নতুন জয়মাল্য ডিঙিত পিন্ধিব, গোখেলে যিবোৰ সংস্কাৰ লাভৰ কাৰণে তেওঁৰ বহুমূলীয়া জীৱন উছৰ্গা কৰিছিল, সেই সংস্কাৰৰ ফল যেতিয়া ভাৰতৰ সকলো ঠাইতে ফলিবলৈ ধৰিব তেতিয়া হয়তো গোখেলৰ নাম বহুতে পাহৰিব, কাৰণ কোনো এটা বস্তু নোপোৱালৈকেহে তাৰ নিমিত্তে মানুহৰ হেঁপাহ আৰু আকাঙ্ক্ষা প্ৰবল হৈ থাকে। প্ৰাথমিক শিক্ষা আৰু স্বায়ত্তশাসনৰ নিমিত্তে এতিয়া ভাৰতত আন্দোলন চলিছে, গোখেল এই আন্দোলনৰ পুৰোহিত বা প্ৰতিষ্ঠাতা। কিন্তু কালৰ লগে লগে জাতীয় অভ্যুদয় অনিবাৰ্য্য, যেতিয়া সেই প্ৰাথমিক শিক্ষা আৰু স্বায়ত্তশাসন ভাৰতত প্ৰচলিত হ'ব সেই সময়ত হয়তো গোখেলৰ নাম তল পৰিব পাৰে। কিন্তু গোখেলৰ স্বাৰ্থশূন্য পবিত্ৰ জীৱনৰ দৃষ্টান্ত যাৱচ্চন্দ্ৰদিবাকৰ থাকিব, ই ধ্ৰুৱ সত্য। যিমান দিন ভাৰতবাসীৰ প্ৰাণত দেশ-হিতৈষিতা আৰু বীৰপূজাৰ কণিকা জিলিকি থাকে তিমান দিন মহাত্মা গোখেল আমাৰ জাতীয় অভ্যুদয়ৰ পুৰোহিত বুলি প্ৰাতঃস্মৰণীয় হৈ থাকিব।

গোখেলৰ দৰে সকলো ঠাইৰে পৰা এইদৰে অপ্ৰতিহত সমাদৰ সম্মান পোৱা মানুহ অতি কম। যি সকলে জাতীয় আন্দোলনত ফুৰে তেওঁলোকৰ ওপৰত ৰজাঘৰৰ সাধাৰণতঃ অলপ নাৰাজ, কাৰণ তেওঁলোকে প্ৰতি কথাতে গভৰ্ণমেণ্টৰ খুঁটৰ ফালেহে চায়, কিন্তু গোখেলৰ ওপৰত গভৰ্ণমেণ্টৰ গভীৰ বিশ্বাস আৰু অচলা ভক্তি আছিল। তেওঁৰ জাতীয় জীৱনৰ প্ৰাৰম্ভত তেওঁ গভৰ্ণমেণ্টৰ ওচৰত অলপ অখ্যাতিৰত পৰিছিল, কিন্তু ৰজাঘৰে যেতিয়া বুজিলে যে গোখেল গভৰ্ণমেণ্টৰ গুণতকৈ ত্ৰুটিৰ ফালে দৃষ্টি ৰাখি ৰজা আৰু প্ৰজাৰ মাজত

বিবাদ অসন্তোষৰ ব্যৱধান খনা বিধৰ দেশনায়ক নহয়, তেতিয়াৰেপৰা গোখেলে গভৰ্ণমেণ্টৰপৰা সন্মান পাবলৈ ধৰিলে। তাৰ ওপৰত গোখেলৰ অতুলন স্বাৰ্থত্যাগ আৰু স্বাধীনচিত্ততা ;—পাশ্চাত্য জাতি বীৰৰ উপাসক,সেই গুণেহে বন্দী পুৰুৰজাৰ স্বাধীন হৃদয়ৰ পৰিচয় পাই মহাবীৰ আলেকজেণ্ডাৰে ৰজাৰ হাতৰ বান্ধোন মোকোলাই দিছিল। ৰজাৰ গোখেলৰ ডিঙিতো বৰমাল্য পিন্ধাবলৈ ইংৰাজ জাতিয়ে কোঁচ খোৱা নাছিল। ৰাষ্ট্ৰনীতিবিশাৰদ লৰ্ড মৰ্লিয়ে গোখেলক উদ্দেশ্য কৰি মুক্তকণ্ঠে স্বীকাৰ কৰিছিল, "ভাৰতৰ জাতীয় কৰ্ম্মক্ষেত্ৰত এজন মানুহ আছে, যাক যুক্তিৰে বুজাব পাৰি, যি দহ কথাৰ ভু পায়।"

গোখেলৰ বক্তৃতা শুনি সকলো মোহ গৈছিল। এনে প্ৰাঞ্জল অনাড়ম্বৰ বক্তৃতা বিদেশী ভাষাত দিয়া কম গৌৰৱৰ কথা নহয়। তেওঁৰ বক্তৃতাত বাক্‌পটু বঙালীৰ দৰে বাক্‌চাতুৰ্য্য বা শব্দৰ ঝঙ্কাৰ নাছিল, তাত আছিল সাৰুৱা আলোচনা, অতীত বৰ্ত্তমান, দেশ বিদেশৰ বিশদ তুলনামূলক গভীৰ গৱেষণা। আৰু এটি আচৰিত বিষয় এই যে তেওঁ ইমান দিন ইমান ঠাইত ইমান বক্তৃতা দিলে, কিন্তু কোনেও কেতিয়াও তেওঁৰ বক্তৃতাৰ পৰা অসন্তোষ পোৱা নাছিল, তেওঁ ইমান নম্ৰ তেজস্বী সংযত ভাবে প্ৰতিবাদ কৰিছিল যে তাত বেয়া পাবৰ কাৰো বিশেষ কাৰণ থাকিব নোৱাৰিছিল। তেওঁৰ বক্তৃতাৰ বিষয়ে চাৰ হেন্‌ৰী কটন চাহাবে কৈছে,—"গোখেলৰ দৰে বক্তৃতা আমাৰ পাৰ্লিয়ামেণ্ট মহাসভাতো প্ৰায় শুনা নেযায়।" গোখেল ঢুকুৱাৰ পাছত সম্ৰাট্ পঞ্চম জৰ্জ্জ, লৰ্ড ক্ৰু, লৰ্ড হাৰ্ডিঞ্জ, লৰ্ড কৰ্জ্জন, লৰ্ড ৰে, চাৰ উইলিয়ম ওৱেডাৰবৰ্ণ, চাৰ হেন্‌ৰী কটন, মিঃ নেবিনচন, চাৰ থিয়দৰ মৰিচন, মিঃ মণ্টেগু, লৰ্ড উইলিংডন প্ৰমুখ্যে বৃটিচ সাম্ৰাজ্যৰ ধৰণী সকলে মিলিত কণ্ঠে কৈছিল,—"যেনেটি গ'ল তেনেটি

আৰু ভাৰতত বিচাৰি পোৱা টান”। মিঃ গান্ধীৰ বিষয়ে গোখেলে কংগ্রেচৰ ২৪শ অধিবেশনত যি কথা কেই আষাৰ কৈছিল সেই কথা গোখেলৰ নিজৰ গাতো ভালকৈ খাটে,—“যি সকলে নিজে সৰল সাত্বিকভাবে জীৱন যাপন কৰি, বিশ্বপ্রেমৰ মহামন্ত্রত দীক্ষিত হৈ সত্য আৰু ন্যায়-সুবিচাৰৰ নিমিত্তে জীৱন উছৰ্গা দিয়ে, আৰু তাৰ দ্বাৰাই লগৰীয়া জাতিভাইৰ প্ৰাণত ঐন্দ্ৰজালিক প্ৰভাৱ বিস্তাৰ কৰি নবযুগৰ স্বৰ্গীয় দৃশ্য দেখুৱাব পাৰে, মিঃ গান্ধী হৈছে সেই শ্ৰেণীৰ মহাপুৰুষ; যাক আমি মানুহৰ লগৰ মানুহ, বীৰৰ মাজত বীৰ, দেশসেৱকৰ মাজত দেশসেৱক বুলিব পাৰোঁ;—আৰু আমি ক'ব পাৰোঁ যে তেওঁত বৰ্ত্তমান যুগৰ ভাৰতৰ জাতীয় মহিমাৰ চৰম বিকাশ হৈছে”।

দাক্ষিণাত্যৰ ফালে এনে স্বাৰ্থত্যাগী মহাপুৰুষৰ আবিৰ্ভাব হয় যাৰ শাৰীত আমাৰ এই ফালৰ দেশ নায়ক সকল বহিবৰ সম্পূৰ্ণ অযোগ্য। তেওঁলোকৰ জীৱনৰ মূলমন্ত্ৰ হৈছে,—প্ৰকৃত মানুহ বোলোৱা, সকলো প্ৰকাৰৰ কষ্ট গঞ্জনা সহিও দেশৰ কল্যাণ সাধন কৰা। দেশ সেৱা তেওঁলোকৰ মানত নিজৰ সুখ্যাতি বঢ়াবৰ উপায় নহয়। দেশ-হিতব্ৰত তেওঁলোকৰ চকুত মাতৃৰ স্তনৰ দৰে পবিত্ৰ, প্ৰশান্ত মহা-সাগৰৰ দৰে গহীন, হিমালয়গিৰিৰ তুষাৰ কিৰীটিৰ দৰে উজ্জ্বল। গোখেলৰ জীৱন তাৰ জ্বলন্ত দৃষ্টান্ত। তেওঁ ইচ্ছা কৰা হ'লে তেওঁৰ

* "Mr Gandhi is one of those men, who living an austerely simple life themselve and devoted to all the highest principles of love to their fellow beings and to truth and justice, touch the eyes of their weaker brethern as with magic and give them a new vision. He is a man who may be well described as a man among men, a hero among heroes, a patriot among patriots, and we may well say that in him, Indian humanity at the present time has really reached its high watermark."—Mr. Gokhale

প্ৰতিভা-শক্তিৰ জোখাই ডাঙৰ চাকৰিয়াল হ'ব পাৰিলেহেঁতেন, কিন্তু তেওঁ পোনতে দাক্ষিণাত্য শিক্ষা-সমিতিত যোগ দি মাথোন ৭৫৲ টকা দৰ্ম্মহাতে সন্তুষ্ট থাকে। গোখেলৰ উপযুক্ত শিষ্য মহাত্মা গান্ধীৰ জীৱনো স্বাৰ্থহীনতাৰ অলন্ত দৃষ্টান্ত। দক্ষিণ আফ্ৰিকাত যি কঠোৰ আইন চলে তেওঁ তাৰপৰা সাৰিবৰ ইচ্ছা কৰা হ'লেই অনায়াসে সাৰিব পাৰিলেহেঁতেন, কিন্তু যুধিষ্ঠিৰে যেনেকৈ ভ্ৰাতৃবৃন্দক এৰি স্বৰ্গপ্ৰৱেশ বাঞ্ছা নকৰিলে, মিঃ গান্ধীয়েও সেই দৰে স্বদেশবাসী ভ্ৰাতৃবৃন্দক লগত লৈ সস্ত্ৰীক নানান অপমান কষ্ট সহিও দক্ষিণ আফ্ৰিকাতে থাকে। মিঃ গান্ধী উজ্জ্বল প্ৰতিভাশালী বাগ্মী বেৰিষ্টাৰ, তথাপি চলন ফুৰনত তেওঁ কেনে সৰল! ৰেল জাহাজত তেওঁ কেতিয়াও ১ম বা ২য় শ্ৰেণীত নেযায়। দৰিদ্ৰ দেশবাসীৰ সুখ দুখৰ ভাগী হৈ ৩য় শ্ৰেণীতে যাবলৈ তেওঁ ভাল পায়।

পুনানগৰীত গোখেলৰ শিষ্য এজন স্বাৰ্থত্যাগী মহাপুৰুষ আছে— তেওঁৰ নাম ৰঘুনাথ পুৰুষোত্তম পৰাঞ্জপ্যে। এওঁ কেম্ব্ৰিজৰ সবাতকৈ টান গণিতশাস্ত্ৰৰ পৰীক্ষাত সৰ্ব্বোচ্চ স্থান অধিকাৰ কৰিছিল। ডিপ্লোমা দিয়া উৎসৱৰ দিনা কেম্ব্ৰিজৰ অধ্যাপকসকলে কৈছিল,— "পৰাঞ্জপ্যেৰ প্ৰতিভাৰ সুচল ক্ষেত্ৰ ভাৰতবৰ্ষত নাই।" তেওঁ ইচ্ছা কৰা হ'লে হেজাৰটকীয়া চাকৰিয়াল হ'ব পাৰিলেহেঁতেন, কিন্তু গোখেলৰ চৰণত দেশসেৱাৰ মহামন্ত্ৰত দীক্ষিত হৈ তেওঁ মাথোন ৭৫৲ টকা দৰ্ম্মহাতে ফাৰ্গুচন কলেজৰ অধ্যক্ষৰ কামত জীৱন কটাইছে।

ভাৰতবৰ্ষত বীৰ পূজাৰ মহিমা এতিয়াও অস্তমিত হোৱা নাই। প্ৰকৃত গুণী ওলালে, স্বাৰ্থহীন জীৱনৰ আবিৰ্ভাব হলে তেওঁৰ ওপৰত আদৰ ভক্তিৰ পুষ্প বৰষিবলৈ ভাৰতবাসীয়ে কৌচ নেখায়। সেই দেখি গোখেল, গান্ধী, পৰাঞ্জপ্যেৰ নিচিনা পুৰুষৰ সকলো ঠাইতে সমাদৰ।

আমাৰ অসমত এনে বিধৰ নায়ক নোলায় কিয়? আমাৰ দেশত যি সকলে নায়ক বোলাবলৈ যায় তেওঁলোকৰ ওপৰত ৰাইজৰ আস্থা বা ভক্তি নাই কিয়? ইয়াৰ মূলকাৰণ হৈছে আমাৰ দেশত দেশহিত ব্ৰতক পৱিত্ৰভাৱে গ্ৰহণ কৰা মানুহ সমূলি নাই। যি সকলে নেতাৰ শাৰী পূৰাব খোজে তেওঁলোকৰ জীৱন স্বাৰ্থহীন পৱিত্ৰ হ'ব লাগে, তেওঁলোকৰ আগত সকলো প্ৰকাৰৰ নীচতাই লোপ পাব লাগে— তেহে তেওঁলোকৰ ওপৰত ৰাইজৰ বিশ্বাস থাকে, আৰু এসময়ত তেওঁ-লোকে কোনো কথা কলে আনে শিৰোধাৰ্য্য মানি তাক গ্ৰহণ কৰিবলৈ ইচ্ছুক হয়। দেশবাসীৰ স্বাৰ্থক ভৰিৰে গচকি যদি কোনোবাই ৰজাঘৰৰপৰা পোৱা খাতিৰ নিজৰ স্বাৰ্থ বা আত্মীয় স্বজনৰ উন্নতিৰ কামত লগায়, যদি কোনোবাই নিজৰ কোৱা ভাটুৰীয়া জীৱনক ঢাকিবলৈ বাহিৰে দেশসেৱাৰ ৰহণ সানিব খোজে,—তেওঁ ৰাইজৰ আন্তৰিক শ্ৰদ্ধা বিশ্বাসৰ অধিকাৰী হ'ব নোৱাৰে, কেৱল, প্ৰতিপদে ৰাইজৰ ইতিকিং বিদ্ৰূপ আৰু সন্দেহ গৰিহণাৰ পাত্ৰ হব; যদি কেতিয়াবা তেওঁৰ ওপৰত ভুলক্ৰমে মানুহৰ ভক্তি স্থাপিত হৈছিল, তেওঁৰ কোনো স্বাৰ্থপূৰ্ণ নীচ কামৰ পৰিচয় পালেই বালিঘৰৰ দৰে সেই ভক্তি তুৰন্তে চূৰমাৰ হৈ যাব। দেশসেৱাৰ নাম দি স্বাৰ্থ-সিদ্ধিৰ ওপৰত যশস্যাৰ যি মন্দিৰ প্ৰতিষ্ঠিত হয়, সেই মন্দিৰ কাচিতো খিলঞ্জীয়া হ'ব নোৱাৰে। কালৰ কালাপাহাৰে আহি এদিন তাক ভূমিসাৎ কৰিব। ব্ৰহ্মচৰ্য্য আসিধাৰ ব্ৰত যেনে কঠোৰ দেশসেৱাৰ ব্ৰতো তেনে কঠোৰ। পোনতে স্বাৰ্থহীন বিশ্বপ্ৰেমিকৰ আদৰ্শ লৈ জীৱন গঠিত কৰি তাৰ পাছতহে এই ব্ৰত গ্ৰহণ কৰিব পাৰি। গোখেলৰ এই পাতনি-জীৱন গঠন হওঁতে ওঠৰ বছৰ লাগিছিল; ওঠৰ বছৰ কাল ফাৰ্গুচন কলেজত অধ্যাপক হৈ মহাত্মা ৰাণাড়েৰ চৰণত পৱিত্ৰ মন্ত্ৰ গ্ৰহণ কৰি অশেষ সাধনাৰ

পাছতহে তেওঁ জাতীয় জীৱনত প্ৰাণ উছৰ্গা দিবলৈ আগ বাঢ়িছিল।

সিদ্ধিৰ মূলতে একাগ্ৰতা। কাৰ্য্যত একাগ্ৰতা নাথাকিলে সৰ্ব্বাঙ্গীন সিদ্ধি অসম্ভৱ। জীৱনৰ অসংখ্য আদৰ্শ আৰু কৰ্ত্তব্য সমূহক ঐক্যৰ চৰম উৎকৰ্ষত পৰিণত কৰিব নোৱাৰিলে তন্ময় হৈ কাৰ্য্য কৰাটো স্বপ্নৰো অগোচৰ হৈ উঠে। এই কাৰণেই, যাৰ মহত্বৰ লক্ষণ থাকে তেওঁ কম বয়সতে আদৰ্শৰ বিৰোধ ভাঙি মাথোঁন এটাত সংকল্প স্থিৰ কৰে। গোখেলে অবিকল ইয়াকে কৰিছিল, ওঠৰবছৰীয়া তৰুণ গোখেলে যিদিন ধৰি দেশসেৱা ব্ৰত সাৰোগত কৰি ল'লে সেই দিনাৰে পৰা সেই একেটা ব্ৰত পালন কৰাৰ সংকল্পই তেওঁক প্ৰতি মুহূৰ্ত্তে অনুপ্ৰাণিত কৰিছিল। এই কাৰণেই গোখেলে গোটেই জীৱনটো কেবল এটা কাৰ্য্যত লগাব পাৰিছিল, এই বাবেই তেওঁৰ জীৱন অবিচ্ছিন্নভাৱে নৈৰ সোঁতৰ দৰে নিজ লক্ষ্যলৈ আগ বাঢ়িব পাৰিছিল।

গোখেলৰ যি অতুলনীয় বিদ্যা বুদ্ধি আছিল তাৰ বলেৰে অনায়াসে তেওঁ চৰ্কাৰৰ ঘৰৰ কামত সোমাই হেজাৰ হেজাৰ টকা আৰ্জ্জিব পাৰিলেহেঁতেন, কিন্তু তেনে কৰা হ'লে তেওঁৰ সকৰে পৰা যি আদৰ্শ সেই অনুসৰি তেওঁৰ জীৱনপ্ৰবাহ বৈ যাব নোৱাৰিলেহেঁতেন তেওঁৰ একাগ্ৰতা নষ্ট হ'লহেঁতেন আৰু একাগ্ৰতা নষ্ট হোৱা হ'লেই গোখেল গোখেল নহ'লহেঁতেন। এই একাগ্ৰতাৰ কেনেবাকৈ ব্যাঘাত হৈ বুলিয়েই তেওঁ ৰজাঘৰীয়া "চাৰ" "কে-চি-আই-ইৰ" নিচিনা ওখ খিতাপো গ্ৰহণ নকৰিলে।

গোখেলৰ এই যে একাগ্ৰতা, তাক আসাম আৰু বঙ্গদেশত পাবলৈ টান। এই দুই প্ৰদেশত দেশসেৱা কাৰ্য্যটো অন্যান্য কাৰ্য্যৰ ভিতৰৰ এটা, অকল দেশসেৱাই একমাত্ৰ কাৰ্য্য নহয়। এই কাৰণেই

এই দুই প্রদেশত গোখেলৰ দৰে একনিষ্ঠ দেশভক্ত কেও নাই। এই দুই প্রদেশৰ দেশসেৱাত—"মই কৰিছোঁ।" এই অহংজ্ঞান থাকে, কিন্তু গোখেলৰ নিচিনা পুৰুষৰ দেশসেৱাত "কাৰ্য্যই মোক কৰাইছে" এই আত্মসমৰ্পণৰ ভাব বিৰাজমান।

জগদীশ্বৰৰ ওচৰত আমাৰ এই প্ৰাৰ্থনা, যেন কৰুণাময়ে আমাৰ অসমীয়াকো এনে পবিত্ৰভাবেৰে অনুপ্ৰাণিত দেশসেৱা ব্ৰতত দীক্ষিত কৰে। এয়ে হলে, এদিন আমিও এনে এজন দেশনায়ক পাম যাৰ একমাত্ৰ ব্ৰত দেশসেৱা, যাৰ চিন্তা আন কোনো কাৰ্য্যই অধিকাৰ কৰা নাই, আৰু যি জাতীয় যজ্ঞত হাঁহিমুখে ক্ষুদ্ৰ স্বাৰ্থ বলি দিব পাৰিছে। দেশসেৱাৰ এনে আদৰ্শ জিলিকি উঠিলেই গোখেলৰ জীৱনবৃত্তান্তৰ আলোচনা সফল হ'ব।

এপ্ৰিল, ১৯১৬ খৃঃ।

# পৰিশিষ্ট।

( মিঃ গোখেলে ফাৰ্গুচন কলেজৰ পৰা অৱসৰ ল'বৰ সময়ত দিয়া বক্তৃতা )

এইমাত্ৰ মোৰ যিখন বিদায়পত্ৰ পাঠ কৰা হ'ল তাৰ উত্তৰ দিওঁতে আবেগত গাম্ভীৰ্য্যবিহীন হোৱাটো মোৰ পক্ষে অসম্ভৱ; আপোনা-সকলে আজি মোক যি মহৎ আৰু সৰ্ব্বাতিশায়ী দয়া দেখুৱাইছে তাৰ বাবে যথোচিত ধন্যবাদ দিয়াটোও মোৰ পক্ষে সম্ভৱ নহয়। জীৱনত হোৱা সকলো বিচ্ছেদেই বিষাদময়, কিন্তু য'ত হৃদয়ৰ গম্ভীৰতম ভাব-ৰাশিৰ উদয় হয়, তাত বহুদিনীয়া বান্ধনৰ বিচ্ছেদ আৰু বিদায়-গ্ৰহণ, জীৱনত হব পৰা যেই সেই পৰীক্ষাৰ সমান কঠোৰ। আজি ওঠৰ বছৰ মই মোৰ ক্ষুদ্ৰ শক্তি অনুসৰি মোৰ সামৰ্থ্যৰ সাৰ ভাগ এই সমিতিক দিবলৈ চেষ্টা কৰি আহিছোঁ। যশ অপযশৰ মাজেদি, সম্পদ বিপদৰ মাজেদি, এই কলেজৰ হকে ইয়াৰ উন্নতিকে একমাত্ৰ লক্ষ্য কৰি খাটোঁতে খাটোঁতে ইয়াৰ পৰা নিজক ভিন্ন বুলি ভবাটো মোৰ পক্ষে অৱশেষত অসম্ভৱ হৈ উঠিছে; আৰু এতিয়া এই কলেজৰ কাৰ্য্যৰ পৰা অৱসৰ ল'বৰ সময়ত প্ৰগাঢ় কৃতজ্ঞতা আৰু গভীৰ শোকৰ পৰস্পৰ ঘাতপ্ৰতি-ঘাতকাৰী আবেগ-সমূহে মোৰ হৃদয় স্বভাৱতে বিচলিত কৰি তুলিছে। কত বছৰৰ আগেয়ে যৌৱনৰ উৎসাহত সাবোগত কৰি লোৱা এটা ব্ৰতৰ গহীন আৰু দুষ্কৰ কৰ্ত্তব্য সাধিবলৈ প্ৰণোদিত কৰা বাবে ঈশ্বৰৰ ওচৰত মই বৰ কৃতজ্ঞ; আৰু ভৱিষ্যতত মোৰ যি হ'ক, মোৰ কৰ্ম্ম-জীৱনৰ এই চোৱা সদায় মই আনন্দ আৰু গৰ্ব্বেৰে সুঁৱৰিব পাৰিম আৰু নিজকে ক'ব পাৰিম "ধন্য ঈশ্বৰ, মোৰ দায়িত্ব সফল কৰিবলৈ

ঈশ্বৰে মোক অনুমতি দিলে।” কিন্তু, ভদ্ৰমহোদয়সকল! এই কৃতজ্ঞতাৰ লগে লগে মোৰ এটা বেজাৰ ৰ’ল যে আজিৰ পৰা এই কলেজৰ অৰ্থে মোৰ নিত্যকৰ্ম্মৰ সামৰণি পৰিল। যিমানকে বাহিৰা কাম কৰোঁ, যিটো কলেজৰ হকে মোৰ সৰ্ব্বোত্তম কাৰ্য্য সাধিত হৈছে, যি সদায় মোৰ চিন্তা আৰু স্নেহৰ প্ৰথম ঠাই অধিকাৰ কৰিছে, তাৰ পৰা বিচ্ছিন্ন হোৱাত মোৰ আজি কি দুখ, আপোনালোকে বুজিব পাৰিছে। কোনো কোনোৱে সুধিছে—আপোনালোকৰ ভিতৰৰো কোনোৱে সুধিব পাৰে—“যদি এই বিচ্ছেদত আপোনাৰ ইমান বেজাৰেই তেনেহলে অৱসৰ লৈছে কিয়?” এই প্ৰশ্নৰ উত্তৰত মই কওঁ,—গোটেই বিষয়টো বহুত দিন উদ্বিগ্ন ভাবে আলোচনা কৰিহে অৱসৰ ল’বলৈ থিৰ কৰিছোঁ। প্ৰথমতঃ, মোৰ স্বাস্থ্য এদিন যেনে আছিল, আজি আৰু তেনে হৈ থকা নাই। যোৱা বছৰ সপ্তাহে সপ্তাহে, দিনে দিনে মই উদ্বিগ্ন হৈছিলোঁ—কি দৰে মই মোৰ কাৰ্য্য-কৰ্ম্ম বছৰৰ মাজখিনিতে এৰি নিদিয়াকৈ সমাপ্ত কৰিব পাৰিম। তথাপি, আপোনাসকলৰ অনেকেই জানে, মই মোৰ সঙ্গীসকলৰ দৰে মোৰ কৰ্ত্তব্য ঠিক সময় মতে কৰিব পৰা নাছিলোঁ; কিন্তু এই দৰে অনিয়মিতৰূপে কাৰ্য্য কৰাটো কোনো মতেই সন্তোষজনক নহয়, যদিও মই এই কাৰণে মোৰ সঙ্গীসকলৰ পৰা আপত্তিৰ কণামাত্ৰও শুনা নাছিলোঁ। মই ভাবিলোঁ, মোৰ সঙ্গীসকলক মোৰ প্ৰতি কৃপা দেখুৱাই মোৰ পক্ষে ইমান শিথিল হ’বলৈ দিবৰ অধিকাৰ মোৰ নাই। আপোনাসকলে জানেই, ভোজৰ পৰা অলপ ভোক ৰাখি উঠিব লাগে, অথবা কোনো বন্ধুৰ ঘৰলৈ গ’লে তেওঁৰ আতিথ্য গ্ৰহণ কৰি এদিন বেচি কৈ থকাতকৈ উচিত সময়ৰ আগেয়েই গুচি অহা ভাল। মই জানো মোৰ সঙ্গীসকলে এই উদাহৰণ কেইটা উপযুক্ত বুলি নাভাবে।

সি যি কি নহ'ক, ওঠৰ বছৰ অল্পাধিক পৰিশ্ৰম কৰি মই ভাবিলোঁ যে এই কৰ্ম্মক্ষেত্ৰৰ পৰা অৱসৰ লৈ ইয়াক আন আন কৰ্ম্মীৰ কাৰণে এৰি দিয়াই ভাল। কিন্তু মই অৱসৰ লোৱাৰ কাৰণ কেৱল এইটোৱেই নহয়। মই আপোনা সকলক সৰলভাবে কওঁ যে এইটোৰ দৰেই আন এটা কাৰণে সংকল্প কৰোঁতে মোৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। বছৰ দিয়েকৰ আগেয়ে এজন মানুহৰ বিষযে এটা উপাখ্যান পঢ়া মনত পৰে। মানুহ জনে সাগৰৰ পাৰত এটি ধুনীয়া পজা সাজি বাস কৰিছিল; তেওঁৰ মাটিবাৰী যথেষ্ট আছিল আৰু এটি স্নেহশীল পৰিয়ালো আছিল। মানুহে ভাবিছিল যে তেওঁ সংসাৰত থাকি বৰ সুখী। কিন্তু, তেওঁৰ সাগৰৰ প্ৰতি হে এটা মোহ আছিল। সাগৰখন যেতিয়া শুই থকা কেচুৱা লৰাটিৰ দৰে শান্ত হৈ থাকে, তেতিয়া সেই দৃশ্যই তেওঁৰ মৰ্ম্ম স্পৰ্শ কৰে। আৰু যেতিয়া সাগৰে সিংহৰ দৰে গৰ্জ্জন কৰে তেতিয়া সেই দৃশ্যয়ো তেওঁৰ মৰ্ম্ম স্পৰ্শ কৰে। অৱশেষত মানুহজন সাগৰৰ প্ৰতি তেওঁৰ যিএটা মোহ আছিল তাৰ হাত সাৰিব নোৱাৰা হ'ল; তেওঁৰ যি আছিল সকলোটি এখন নাৱত ভৰা দি সাগৰত নাও মেলি দিলে। দুবাৰ তেওঁক ঢৌৱে পাৰলৈ খেদাই পঠালে, কিন্তু তেওঁ কাণ নকৰিলে; তৃতীয় বাৰ যাবলৈ চেষ্টা কৰোঁতে নিষ্ঠুৰ সাগৰে তেওঁক গ্ৰাস কৰিলে। আজি মোৰ অৱস্থাও প্ৰায় এনেকুৱাই হৈছে। এই কলেজত মোৰ এটা নিৰূপিত কাৰ্য্য আছিল আৰু মোৰ কাৰ্য্যত মই জন দিয়েক এনে সঙ্গী পাইছিলোঁ যাৰ লগত কাম কৰাটো মই আনন্দ আৰু এটা বিশেষ সুবিধা বুলি ভাবোঁ আৰু মোৰ দোষলৈ আওকাণ কৰি মই যি অলপ কৰিছিলোঁ তাকে বহুজ্ঞান কৰি তেখেত সকলে যি ঔদাৰ্য্য প্ৰকাশ কৰিছে সি মোৰ হৃদয়ত বৰকৈ লাগিছে। তথাপি মই জাতীয় কৰ্ম্ম

জীৱনৰ বিপদসঙ্কুল, সংশয়পূৰ্ণ সাগৰত নাও মেলি দিবলৈ এই সকলোখিনি এৰি দিছোঁ। কিন্তু মোৰ অন্তৰত আজি কাৰবাৰ বাণী শুনিছোঁ, এই বাণীয়ে মোক এই পথ ধৰিবলৈ উদগণি দিছে আৰু এতিয়া মই আপোনা সকলক খাটোঁ। যেন আপোনাসকলে বিশ্বাস কৰে যে মই কেৱল স্বদেশৰ হিতৰ অৰ্থে মোৰ কৰ্ত্তব্যৰ অনুৰোধত এই স্বাধীন বিষয়টো বিচাৰিছোঁ, ইয়াত অধিক স্বাধীনতা আছে সঁচা, কিন্তু দায়িত্ব কম নহয়। আমাৰ দেশত স্বদেশ-সেৱাৰ পুৰস্কাৰ নাই বুলিলেও হয়, আছে কেৱল বিপদ আৰু অনুৎসাহ। কৰিব লগীয়া কাম অসংখ্য আছে—কিন্তু পৰিণাম কি হ'ব, কেনেকৈ এই সকলোবিলাক কাৰ্য্য সমাপ্ত হ'ব, তাক কোনেও ক'ব নোৱাৰে। কিন্তু এটা কথা ঠিক যে যি সকলে এই কাৰ্য্যত মোৰ দৰে অনুভৱ কৰিব সেই সকলে আশা আৰু বিশ্বাসেৰে অনুপ্ৰাণিত হৈ কামত লাগি যাব আৰু সকলো নিঃস্বাৰ্থ অনুষ্ঠানত যি আত্মসন্তোষ জন্মে তাকেহে মাথোন বিচাৰিব। মোৰ ভৱিষ্যতৰ আশা বা কাৰ্য্য-প্ৰণালীসম্বন্ধে ইয়াত কোৱা যুগুত নহয়। কিন্তু এটা কথা মই জানো, সি হৈছে এই—অধ্যাপকৰ কাৰ্য্যৰ বাহিৰে অন্য কাৰ্য্যত মই আগবাঢ়ি গৈ দেশবাসীৰ যৎকিঞ্চিৎ উপকাৰ সাধিব পাৰোঁ বা নোৱাৰোঁ, কিংবা যদি সৰ্ব্বস্বান্ত হৈও ঘূৰি আহোঁ, তথাপি মোৰ চিন্তাৰে সৈতে এই কলেজ সদায় জড়িত থাকিব; আৰু মই নিশ্চয়কৈ জানো যে যেতিয়াই মই এই কলেজৰ চাৰিবেৰৰ ভিতৰলৈ আহিম তেতিয়াই ইয়াত হৃদয়পূৰ্ণ আদৰ অভ্যৰ্থনা পাম। বক্তৃতা শেষ কৰাৰ আগেয়ে মই ছাত্ৰ মণ্ডলীক এটা কথা ক'ব খোজোঁ। সকলো ছাত্ৰই "আমি এই কলেজৰ ছাত্ৰ" এই বুলি গৰ্ব্ব অনুভৱ কৰিব—এই মোৰ আশা আৰু বিশ্বাস। মই তোমালোকক এৰি যাবলৈ ওলাইছোঁ, এই কাৰণে এতিয়া মই এই বিষয়ে বেচি স্বাধীনভাৱে সৈতে ক'ব

পাৰোঁ। মই ভাৰতবৰ্ষৰ প্ৰায় সকলো ঠাইলৈকে গৈছোঁ আৰু স্বভাৱতে মই ভিন ভিন ঠাইৰ স্কুল কলেজলৈ বিশেষভাৱে মন কৰিছোঁ। কিন্তু এই ভাৰতবৰ্ষৰ ভিতৰত আমাৰ এই কলেজৰ নিচিনা কলেজ এটাও নাই। অন্যান্য কলেজ আছে, যাৰ সাজসজ্জা ইয়াতকৈ ভাল আৰু যিবিলাক ইয়াতকৈ বহুত দিনৰ আগেয়ে স্থাপিত হৈছে; কিন্তু মোৰ বন্ধু মিঃ পৰাঞ্জপ্যে আৰু মিঃ বাজাৱাদৰ নিচিনা মানুহৰ স্বাৰ্থত্যাগে এই কলেজক এনে এটা গৌৰৱবিশেষে আবৰি থৈছে যিটো আন ক'তো পাবলৈ নাই। এই কলেজৰ সৰ্ব্বপ্ৰধান নৈতিক লক্ষণ হৈছে এই যে ই এটা ভাবৰ প্ৰকাশ স্থল আৰু এটা আদৰ্শৰ নিকেতন। ভাবটো হৈছে এই যে ভাৰতবাসীয়ে আজিও এক হব পাৰে আৰু পাৰ্থিব স্বাৰ্থৰ সকলো ভাবনা এৰি এটা উদ্দেশ্য লৈ এনে উৎসাহ আৰু আগ্ৰহেৰে কাম কৰিব পাৰে যে তেনে উৎসাহ আৰু আগ্ৰহ ধৰ্ম্ম কাৰ্য্যৰ বাহিৰে আন ক'তো দেখা নাযায়। আদৰ্শটো হৈছে আত্মনিৰ্ভৰৰ, যাতে আমি লাহে লাহে অথচ ধীৰভাৱে লোকে সহায় দিব খুজিলেও তাৰ ওপৰত অলপ নিৰ্ভৰ কৰি নিজৰ ওপৰত ততোধিক নিৰ্ভৰ কৰিবলৈ শিকিব পাৰোঁ। মই আশা কৰোঁ, তোমালোকে যেন এই কলেজৰ এই লক্ষণটো দৃঢ়ভাবে চকুৰ আগত ৰাখাঁ; ইয়াৰ প্ৰতি তোমালোকৰ যি আগ্ৰহ, ইয়াৰ কাৰণে তোমালোকৰ যি উৎসাহ তাৰ পৰিমাণ যেন এই কলেজৰ কাৰ্য্যৰ মহত্বৰ লৈতে সমান হয়; যদি কেতিয়াবা তোমালোকে এই কলেজৰ গুণাগুণ বিচাৰ কৰিব খোজাঁ, তেতিয়া, যি স্নেহময় উদ্বেগেৰে তোমালোকৰ পিতৃমাতৃৰ দোষ উলুকিওৱা, যেন তেনে উদ্বেগেৰে ইয়াৰ বিচাৰ কৰাঁ; আৰু যেন শক্তিয়ে আঁটে মানে ইয়াৰ হিত সাধিবলৈ আৰু ইয়াৰ উপযোগিতা আৰু প্ৰভাৱৰ সীমা বঢ়াবলৈ চেষ্টা কৰাঁ। এতিয়া বিদায়

লোৱাত বাজে মোৰ আৰু ক'ব লগীয়া একো নাই। মই জানো যে এই মুহূৰ্ত্তত মোৰ মনত যিবিলাক ভাৱ বিকসিত হৈ উঠিছে সেই বিলাক মই অতি ক্ষীণভাবে হে প্ৰকাশ কৰিব পাৰিছোঁ, কিন্তু মই ক'ব পৰা কোনো কথাই মোৰ সকলো থিনি ভাৱ সম্পূৰ্ণৰূপে প্ৰকাশ কৰিব নোৱাৰে। মই তোমালোকৰ—গাইপতি আৰু সমজুৱাকৈ—মঙ্গলকামনা কৰিছোঁ। আজি তোমালোকক এৰি যাবলৈ ওলাওঁতে মোৰ অনুভৱ হৈছে যে আজি মই মোৰ জীৱনৰ যিটো সৰ্ব্বোৎকৃষ্ট কাৰ্য্য তাকে এৰি যাবলৈ ওলাইছোঁ। মোৰ বিশ্বাস, তোমালোকৰ কোনো কোনোক মই অন্যান্য কৰ্ম্মক্ষেত্ৰত সঙ্গীস্বৰূপে পাম আৰু এই কলেজতে মাজে মাজে আমি সকলোৱে দেখা শুনা কৰিম। ঈশ্বৰে এই কলেজৰ আৰু তোমালোক সকলোৱে মঙ্গল কৰ'ক।





# "ৰত্নমালা" গ্ৰন্থাৱলী।

দেশী আৰু বিদেশী জনচেৰেক মহাপুৰুষ আৰু আদৰ্শ তিৰুতাৰ জীৱন চৰিত। আদৰ্শৰ দ্বাৰাই জাতীয় চৰিত্ৰ গঠনত সহায় কৰাই এই উদ্যোগৰ মূলমন্ত্ৰ। বেচ খনে ছয় অনা মাথোন।

১। ৰজা ৰামমোহন ৰায়—শ্ৰীযুত বিষ্ণুপ্ৰসাদ দুৱৰা বি-এল্।
২। গোপালকৃষ্ণ গোখেল—শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা, বি, এ।
৩। আনন্দীবাঈ জোছী „ „ „
৪। আনন্দৰাম বৰুৱা „ „ „
৫। পণ্ডিতা ৰমাবাঈ সৰস্বতী „ „ „
৬। জয়মতী-গদাধৰ „ „ „
৭। আনন্দৰাম ঢেকিয়াল ফুকন „ „ „
৮। ৰাধিকাৰাম ঢেকিয়াল ফুকন
M. A, Ph. D. „ „
৯। হেমচন্দ্ৰ বৰুৱা শ্ৰীযুত পদ্মধৰ চলিহা, বি-এ।
১০। মহাত্মা ৰামকৃষ্ণ পৰমহংস—শ্ৰীযুত মহাদেৱ শৰ্ম্মা।
১১। স্বামী বিবেকানন্দ „ „ „
১২। মহাদেৱগোবিন্দ ৰাণাডে শ্ৰীযুত বাণীকান্ত কাকতী, বি-এ।
১৩। দাদাভাই নাওৰাজী „ „ „ „
১৪। ভট্ট মোক্ষমূলৰ „ „ „ „
১৫। নিবেদিতা শ্ৰীযুত লক্ষেশ্বৰ বৰুৱা, বি-এ।
১৬। চাৰ ফিৰোজশ্বা মেহ্‌টা „ „ „ „

১৭। শ্ৰীমতী এনি বেচাণ্ট—শ্ৰীযুত ৰবীন্দ্ৰৰাম খাওন্দ, বি-এ।

১৮। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ " " " "

১৯। কুমাৰী মেৰি কাৰ্পেণ্টাৰ—শ্ৰীযুত দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, বি-এ

অন্যান্য গ্ৰন্থ আৰু গ্ৰন্থকাৰৰ নাম সম্প্ৰতি দিয়া নাই। ৰত্নাৱলী গ্ৰন্থাৱলীৰ নিচিনাকৈ অন্যান্য বিষয়েও এনে গ্ৰন্থাৱলী ক্ৰমান্বয়ে উলিয়াবলৈ চেষ্টা কৰা হ'ব।

শ্ৰীলোহিতচন্দ্ৰ ভূঞা।
ফ্ৰেণ্ডচ্ আসাম এজেন্সী
৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীট্
কলিকতা।




সৰু সৰু লৰাছোৱালীৰ নিমিত্তে সচিত্ৰ মাহেকীয়া কাকত। অৰুণক যেয়ে দেখিছে সেয়ে মৰম কৰিছে। সুন্দৰ ছপা, ৰং-বিৰং ছবিৰে সৈতে অৰুণ মাহে মাহে নিয়মীয়াকৈ ওলাবলৈ ধৰিছে। লৰাছোৱালীৰ উপযোগী এনে সৰ্ব্বাঙ্গসুন্দৰ মনোমোহা কাকত ভাৰতৰ কোনো ভাষাতে আজিলৈকে ওলোৱা নাই। বৰঙনি, বছৰি ১৷৷০ মাথোন।

চলাওঁতা—শ্ৰীলোহিতচন্দ্ৰ ভূঞা।